# ছোভিয়েত ইউনিয়নৰ মৌলিক আইন

ইয়েভগেনি চেখাৰিন



1987

THE FUNDAMENTAL LAW OF THE USSR

by Y. Chekharı

( Assamese )

ছোভিয়েত ইউনিয়নৰ কলিকতাত থকা বাতৰি যোগনিয়াৰ বিভাগৰ হৈ ই. পি. পেক্রনিনৰ দ্বাৰা 'ছোভিয়েত দেশ' অফিচ, ১৮ প্ৰমথেশ বৰুৱা সৰণি, কলিকতা-৭০০০১৯ৰ পৰা প্ৰকাশিত আৰু [illegible] দ্বাৰা পুৰোদয় প্ৰেছ, ১০ কৈলাস বসু ষ্ট্রীট, কলিকতা-৬ত মুদ্রিত।

# পাতনি

চোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ চোভিয়েতে ১৯৭৭ চনৰ ৭ অক্টোবৰত ৰাষ্ট্ৰৰ নতুন সংবিধান গ্ৰহণ কৰিলে, ই চোভিয়েত চচিয়েলিষ্ট সমাজৰ আইনৰ ভেটি হিচাবে স্থিৰ হ'ল, যিহেতু ইয়াক সকলো ধৰণৰ অৱস্থাৰ মাজেৰে আনি শুদ্ধভাবে সৃষ্টি কৰা হৈছে। সংবিধানে ৰাষ্ট্ৰৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ব্যৱস্থাৰ মুখ্য বৈশিষ্ট্য সমূহ ব্যাখ্যা কৰিছে।

নতুন ৰাষ্ট্ৰীয় সংবিধান আৰু সকলোবোৰ ইউনিয়ন আৰু স্বায়ত্ব শাসিত অঞ্চলৰ প্ৰজাতন্ত্ৰসমূহে পিছত গ্ৰহণ কৰা সংবিধানে চোভিয়েত সমাজৰ গণতান্ত্ৰিক নিয়মৰ উন্নয়নত অৰিহণা যোগাইছে আৰু জনসাধাৰণৰ ডেপুটীৰ চোভিয়েতে সমাজত লোৱা ভূমিকা বঢ়াইছে — জনসাধাৰণৰ চচিয়েলিষ্ট স্বায়ত্ব শাসিত চৰকাৰৰ স্থানীয় চৰকাৰৰ ভিত্তি হৈছে উক্ত ডেপুটিৰ চোভিয়েত।

এইটো লক্ষণীয় যে, চোভিয়েত সংবিধানে চোভিয়েত জনসাধাৰণৰ সকলো অধিকাৰ, স্বাধীনতা, আৰু দায়িত্ব সামৰি লোৱা নাই। সংবিধান হৈছে ৰাষ্ট্ৰৰ মৌলিক আইন আৰু ই চোভিয়েত আইন সম্ভাৰ সকলো বিভাগৰ ভিত্তি হিচাবে মৌলিক অধিকাৰ, স্বাধীনতা আৰু দায়িত্ব কেনেধৰণৰ হ'ব তাকেই সংবিধানে স্থিৰ কৰিছে। চোভিয়েত কমিউনিষ্ট পাৰ্টি আৰু চৰকাৰে সংবিধানৰ প্ৰত্যেক অংশ আৰু ইয়াৰ ব্যাখ্যাসমূহ চোভিয়েত চৰকাৰৰ সকলো বিভাগ আৰু বিষয়াই আৰু ৰাষ্ট্ৰৰ নাগৰিকে দৈনন্দিন জীৱনত মানি চলে তাৰ প্ৰতি লক্ষ্য ৰাখে।

চোভিয়েত সমাজ, ইয়াৰ সাফল্য আৰু সংবিধানৰ সুবিধাৰ বিষয়ে বক্তৃতা দিওঁতে চোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীৰ সাধাৰণ সম্পাদক মিখাইল গৰ্বাচভে এনে ধৰণে কৈছিল—

"শোষণ সামাজিক আৰু জাতীয় দমন নৈতিক ধ্বংস কৰি ১৯১৭ চনত অক্টোবৰ বিপ্লৱৰ সফলতা আৰু ৰাছিয়াৰ জনসাধাৰণে শুদ্ধ পথ বাচি লোৱাটো ইতিহাসে প্ৰমাণ কৰিছে। চোভিয়েত জনসাধাৰণ তেওঁলোকৰ দেশৰ সাফল্যত গৌৰবান্বিত, বিশেষকৈ, পঞ্চাশ বছৰতকৈও বেছি দিন হ'ল এই দেশত নিবনুৱা নাই আৰু কাম কৰা অধিকাৰ সংবিধান সন্মত আৰু এই অধিকাৰ খাপ খোৱাকৈ সামাজিক আৰু অৰ্থনৈতিক ব্যৱস্থা ইয়াত লোৱা হৈছে।"*

---

* মিখাইল গৰ্বাচভ "শান্তিৰ সময়" নিউইয়ৰ্ক, ১৯৮৫, পৃষ্ঠা ২৪৩

এশতকৈও অধিক জাতি আৰু জনজাতি একগোট কৰা চোভিয়েত ইউনিয়ন ১৫ খন ইউনিয়ন প্ৰজাতন্ত্ৰ আৰু ৩০ খন স্বায়ত্বশাসিত অঞ্চলৰে গঠিত. ইয়াৰ সকলোৱেই অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে সম অধিকাৰ উপভোগ কৰে। ইবিলাকৰ প্ৰত্যেকেই নিজৰ ৰাষ্ট্ৰকৈ উন্নত অৰ্থনৈতিক ব্যৱস্থা গঢ়ি তুলিছে আৰু বিজ্ঞানৰ উন্নতি, শিক্ষা আৰু নিজস্ব জাতীয় সংস্কৃতিৰ ক্ষেত্ৰত প্ৰভূত অগ্ৰগতি লাভ কৰিছে।

চোভিয়েত জনসাধাৰণৰ এক নতুন সমাজ গঠনৰ প্ৰচেষ্টা, অৰ্থনৈতিক অগ্ৰগতিৰ বাবে কৰা কাৰ্যক্ৰম, সামাজিক সম্পৰ্কৰ উন্নতি আৰু দেশৰ প্ৰতিৰক্ষা শক্তিশালীকৈ আৰু বৃদ্ধি কৰা চেষ্টা—এই সকলোবোৰে চোভিয়েত ৰাষ্ট্ৰৰ বৈদেশিক নীতি নিৰ্দ্ধাৰণৰ স্বাৰ্থ ৰক্ষা কৰে। চোভিয়েত ইউনিয়নৰ প্ৰথম আৰু প্ৰধান লক্ষ্য হৈছে শান্তি, আন্তৰ্জাতিক পৰিস্থিতিৰ স্থিতাৱস্থা আৰু সুৰক্ষা—যাতে ই নিজৰ সম্পদ শান্তিপূৰ্ণ আৰু গঠনমূলক কামত ব্যৱহাৰ কৰিব পাৰে। চোভিয়েত কমিউনিষ্ট পাৰ্টিৰ ২৭ তম কংগ্ৰেছত এইদৰে কথাত জোৰ দিয়া হৈছিল যে—"চোভিয়েত ইউনিয়নে শান্তিপূৰ্ণ সহাৱস্থানৰ নীতি সকলো দেশবোৰৰ লেনিনবাদীকৈ মানি চলিব।"*

২৭তম পাৰ্টি কংগ্ৰেছে গ্ৰহণ কৰা চোভিয়েত ইউনিয়নৰ বৈদেশিক আৰু স্বৰাষ্ট্ৰ নীতিৰ সাধাৰণ প্ৰণালীসমূহৰ মাজত কথাত গুৰুত্ব আৰোপ কৰা হৈছিল যে দেশৰ সামাজিক আৰু অৰ্থনৈতিক উন্নতিৰ লগতে প্ৰতিৰক্ষাৰ অৱস্থা শক্তিশালী কৰা হওক। এই প্ৰস্তাৱসমূহ হৈছে দেশৰ সংবিধানৰ দাবী আৰু ইয়ে চোভিয়েত ইউনিয়নৰ সকলো নাগৰিক আৰু সমাজ জীৱনৰ সংকল্পক কাৰ্য্যত আগবঢ়াই সহায় কৰিছে।

চোভিয়েত সমাজৰ সকলো দিশ পুনৰ গঠনৰ কাৰণে কমিউনিষ্ট পাৰ্টিয়ে সাংঘাতিক এক বিপ্লৱী পৰিকল্পনা হাতত লৈছে। উক্ত পৰিকল্পনা অনুযায়ী বৈজ্ঞানিক আৰু কাৰিকৰী দিশত পূৰ্ণ সফলতা লাভ কৰাৰ প্ৰচেষ্টা, সামাজিক ন্যায়ৰ সত্যাধিকাৰ প্ৰদান আৰু বিশদভাৱে চোভিয়েত নাগৰিকৰ দেশ শাসনত সম্পূৰ্ণভাৱে অংশ গ্ৰহণ কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। প্ৰত্যেক চোভিয়েত নাগৰিকে অনুভৱ কৰিব লাগিব যে তেওঁ দেশৰ এজন মুৰব্বী। ইয়াৰ অৰ্থ হৈছে চোভিয়েত সংবিধান-মতে প্ৰতিষ্ঠা কৰা চচিয়েলিষ্ট গণতন্ত্ৰৰ সম্ভাৱনাৰ পূৰ্ণ ব্যৱহাৰ কাৰণ চচিয়েলিষ্ট গণতন্ত্ৰই হৈছে জনসাধাৰণৰ ক্ষমতা।

* ২৭তম পাৰ্টি কংগ্ৰেছৰ, চোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ ৰাজনৈতিক প্ৰতিবেদন মস্কো ১৯৮৬, পৃষ্ঠা—৮৪।

# ১। সামাজিক গাঠনিৰ আদৰ্শ আৰু ছোভিয়েত ইউনিয়নৰ নীতি

## ৰাজনৈতিক আৰু অৰ্থনৈতিক ব্যৱস্থা

"ছোভিয়েত ইউনিয়নৰ সকলো ক্ষমতা জনসাধাৰণৰ ওপৰত ন্যস্ত" ( ধাৰা-২ )

"সামাজিক সম্পদৰ বিকাশ আৰু জনসাধাৰণৰ উন্নতি আৰু প্ৰত্যেকৰ অৱস্থাৰ উন্নতিৰ উৎস হৈছে ছোভিয়েত জনসাধাৰণৰ শোষণ মুক্ত শ্ৰম"। ( ধাৰা-১৪ )

ছোভিয়েত সংবিধানৰ প্ৰথম ভাগত ৰাষ্ট্ৰৰ সামাজিক গাঠনিৰ আদৰ্শক প্ৰতিষ্ঠা কৰিছে।

ৰাছিয়াত ১৯১৭ চনত হোৱা চছিয়েলিষ্ট বিপ্লৱে এক নতুন ৰাজনৈতিক পদ্ধতিৰ জন্ম দিলে যাৰ উদ্দেশ্য হৈছে শ্ৰমিকে বপ্লৱৰ যোগেদি লাভবান হোৱা চছিয়েলিষ্ট সমাজ গঠন, নিয়ন্ত্ৰণ আৰু নিৰ্দেশ দি শেষলৈ এক কমিউনিষ্ট সমাজ গঠন কৰা।

ছোভিয়েত ইউনিয়নৰ ৰাজনৈতিক ব্যৱস্থাক ছোভিয়েত সংবিধানে 'ৰাষ্ট্ৰ জনসাধাৰণৰ' আৰু 'জনসাধাৰণৰ বাবে'—এই ধৰণে ব্যাখ্যা কৰিছে। উক্ত মৌলিক নীতি সমগ্ৰ সংবিধানতে উল্লেখিত কৰা হৈছে। সংবিধানৰ এক নং ধাৰাত কোৱা হৈছে "ছোভিয়েত চছিয়েলিষ্ট প্ৰজাতন্ত্ৰৰ ইউনিয়ন সমগ্ৰ জনসাধাৰণৰ এক চছিয়েলিষ্ট ৰাষ্ট্ৰ, যত প্ৰকাশ পাইছে দেশজনৰ শ্ৰমিক, কৃষক, বুদ্ধিজীৱী, সমূহ জাতি—উপজাতিৰ আশা আকাঙ্ক্ষা আৰু স্বাৰ্থ।"

চছিয়েলিষ্ট সমাজৰ ৰাজনৈতিক ব্যৱস্থা তলত দিয়া ধৰণে গঠিত—চছিয়েলিষ্ট ৰাষ্ট্ৰ, কমিউনিষ্ট পাৰ্টি—সমাজক নেতৃত্ব দিয়া আৰু বাট দেখুৱা শক্তি আৰু ৰাজহুৱা অনুষ্ঠান সমূহ—ট্ৰেড ইউনিয়ন, সমবায় সমিতি আৰু অন্যান্য ৰাজহুৱা অনুষ্ঠান সমূহ। ৰাজহুৱা জীৱনৰ সকলো দিশ সামৰি লোৱা যৌথ শ্ৰম সংস্থান সমূহ হৈছে চছিয়েলিষ্ট সমাজৰ ৰাজনৈতিক ব্যৱস্থাৰ প্ৰাথমিক ভিত্তি; সিবিলাকে ৰাজনৈতিক, অৰ্থ নৈতিক, সামাজিক আৰু সাংস্কৃতিক বিষয় সমূহৰ সিদ্ধান্ত গ্ৰহণত সহযোগিতা কৰে।

ৰাজনৈতিক নেতৃত্ব আৰু ৰাষ্ট্ৰৰ সামগ্ৰিক উন্নতিৰ দিক নিৰ্ণয়ত পাৰ্টিয়ে অংশ গ্ৰহণ কৰে। ই সামাজিক উন্নতি, অৰ্থনীতিৰ বিকাশ আৰু সাংস্কৃতিক বিষয়ত অগ্ৰাধিকাৰ দিয়াত সিদ্ধান্ত লয়। ব্যক্তিগত অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক বিষয় সমূহৰ বিশেষ ব্যৱস্থা গ্ৰহণ কৰিবলৈ প্ৰত্যেক কাৰ্যকৰী সংগঠন আৰু যৌথ শ্ৰম সংস্থান সমূহে বহুল ভাৱে নিজৰ পছন্দমতে সিদ্ধান্ত ল'ব পাৰে।

সকলো কাৰ্য পালন কৰাৰ বিষয়ত পাৰ্টি প্ৰকৃতাৰ্থত গণতান্ত্ৰিক; ছোভিয়েত চচিয়েলিষ্ট সমাজৰ সকলো দিশত বিয়পি থকা গণতান্ত্ৰিক নীতিসমূহ উন্নত কৰা আৰু অগ্ৰগতিৰ কাৰ্যত পাৰ্টিয়ে আগভাগ লয়।

১৮ নিযুতত্তকৈ অধিক সদস্যৰ ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ সৌহাৰ্দ্য বঢ়াৰ লগতে ইয়াৰ সন্মানো জনসাধাৰণৰ মাজত বাঢ়ি আহিছে আৰু সামাজিক উন্নয়নত ইয়াৰ প্ৰভাৱ বেছি হৈ আহিছে। জনসাধাৰণৰ সহযোগিতা ৰাজহুৱা বিষয় সমূহত বঢাই গঠনমূলক ভাৱে তেওঁবিলাকৰ অংশ গ্ৰহণৰ বাবে ছোভিয়েত কমিউনিষ্ট পাৰ্টিয়ে চেষ্টা কৰে।

ছোভিয়েত কমিউনিষ্ট পাৰ্টিয়ে ইয়াৰ কংগ্ৰেছসমূহ, কেন্দ্ৰীয় কমিটিৰ পূৰ্ণ পৰ্যায়ৰ সভা আৰু পলিটবুৰ'ৰ সভা সমূহৰ বিষয়ে সকলোকে অবগত কৰে—অৰ্থাৎ সমগ্ৰ ৰাষ্ট্ৰক অবগত কৰে। ছোভিয়েট কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ সকলো প্ৰস্তাৱ পাৰ্টিৰ কাকতত প্ৰকাশ পায়

পাৰ্টিৰ অন্তৰ্গত গণতন্ত্ৰৰ বিকাশ কৰোতে আৰু ৰাষ্ট্ৰৰ ৰাজনৈতিক ব্যৱস্থাৰ বিভিন্ন স্তৰত কাম কৰোতে পাৰ্টিৰ সদস্যসকলে জনসাধাৰণৰ চচিয়েলিষ্ট স্বায়ত্ত চৰকাৰৰ পৰিসৰ বঢ়োৱাৰ চেষ্টা কৰি জনসাধাৰণৰ প্ৰত্যক্ষ সহযোগিতা আৰু প্ৰত্যেক নাগৰিকৰ ৰাষ্ট্ৰৰ শাসনৰ বিষয়ত অংশ গ্ৰহণত গুৰুত্ব দিয়ে।

সমাজৰ অগ্ৰগতিৰ ক্ষেত্ৰত চচিয়েলিষ্ট পৃথিৱীৰ অৱস্থান শক্তিশালী কৰা, সাম্ৰাজ্যবাদী শক্তিৰ আক্ৰমণাত্মক আচৰণ প্ৰতিহত কৰা আৰু অন্য ৰাষ্ট্ৰৰ লগত সহযোগিতা কৰাৰ ক্ষেত্ৰত দেশ হৈছে প্ৰধান চালিকা, তাৰোপৰি দেশে ৰাষ্ট্ৰক প্ৰতিৰক্ষা কৰাৰ কাৰ্য পালন কৰে।

যুক্তৰাষ্ট্ৰই তেওঁবিলাকৰ সংবিধান গ্ৰহণৰ দুশ বছৰ পূৰ্ণ হোৱাৰ বাবে এক বৃহৎ প্ৰচাৰ অভিযান চলাইছিল। ইয়াৰ উদ্দেশ্য আছিল, অন্য ৰাষ্ট্ৰক দেখুৱা যে যুক্তৰাষ্ট্ৰৰ সংবিধানখন অন্য ৰাষ্ট্ৰই গ্ৰহণ কৰিব পৰা এক আদৰ্শ।

যুক্তৰাষ্ট্ৰৰ সংবিধান গ্ৰহণ কৰা সময়ত ইয়াৰ প্ৰগতিবাদী দিশটোৰ ঐতিহাসিক বিচাৰ কৰিবলৈ আমি নাযাওঁ। কিন্তু এইটো মনত ৰখা উচিত হ'ব যে প্ৰচাৰ অভিযান ভৱিষ্যতৰ কাৰণে উদ্দেশ্য কৰি কৰা হৈছে, অতীতৰ কাৰণে নহয়। ইয়াৰ

উদ্দেশ্য হৈছে যুক্তৰাষ্ট্ৰৰ মৌলিক আইনসমূহ সাংবিধানিক ক্ষেত্ৰত আদৰ্শ হিচাবে দাঙি ধৰা। কিন্তু, ই কানো সঁচাকৈয়ে আদৰ্শবান। যুক্তৰাষ্ট্ৰৰ সমসাময়িক সামাজিক পদ্ধতি সমূহে দেখুৱাই যে উক্ত প্ৰশ্নৰ উত্তৰ হৈছে "নহয়"। যুক্তৰাষ্ট্ৰৰ সংবিধানত উল্লেখিত অধিকাৰ আৰু স্বাধীনতাৰ সম্পৰ্কে থকা সকলো ধাৰা নিয়মমতে ভঙ্গ কৰি থকা হয়। ব্যক্তিৰ কাম কৰাৰ অধিকাৰ, জিৰণি লোৱা আৰু আৰাম কৰা আৰু বাসস্থানৰ নিচিনা মানৱ জীৱনৰ অতি প্ৰয়োজনীয় কিছুমান অধিকাৰৰ কথা যুক্তৰাষ্ট্ৰৰ সংবিধানত উল্লেখ নাই। যুক্তৰাষ্ট্ৰৰ সংবিধানে ৰাষ্ট্ৰ আৰু ৰাজনৈতিক গাঠনি কেনে ধৰণৰ হ'ব পাৰে ইয়াৰ কোনো ইঙ্গিত দিয়া নাই; কাৰণ উক্ত দলিল পৰীক্ষা কৰি দেখা যায় যে ৰাজনৈতিক ক্ষমতাৰ গঠন আৰু স্থায়ী কংগ্ৰেছ কমিটীৰ ভূমিকা, চেণ্ট্ৰেল ইণ্টেলিজেন্স এজেন্সী ( চি. আই এ ) আৰু ফেডাৰেল ব্যুৰ' অৱ ইনভেষ্টিগেচন আদি সম্পৰ্কে ইয়াৰ ব্যাখ্যা অস্পষ্ট। ৰাজনৈতিক ক্ষমতা দখল কৰি দেশৰ শাসন ভাৰ চলোৱা ৰাজনৈতিক দলসমূহৰ বিষয়ে যুক্তৰাষ্ট্ৰৰ সংবিধানত কোনো ধৰণৰ উল্লেখ নাই।

ছোভিয়েত ইউনিয়নৰ ৰাজনৈতিক ব্যৱস্থাৰ গণতান্ত্ৰিকৰূপৰ পৰিসৰ বহলাই ইয়াক বিশুদ্ধ কৰাৰ নতুন সুবিধা ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ ২৭ তম কংগ্ৰেছৰ পিছত গ্ৰহণ কৰা হ'ল। দেশৰ শাসন কাৰ্যত বেছি ভাগ জনসাধাৰণ প্ৰত্যক্ষভাৱে জড়িত হৈ পৰিল।

সকলো ধৰণৰ গণতন্ত্ৰৰ উন্নতিৰ হকে ছোভিয়েত কমিউনিষ্ট পাৰ্টি আৰু ৰাষ্ট্ৰই জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতৰ কাৰ্যকলাপৰ বিষয়ে বহুত প্ৰয়োজনীয় সিদ্ধান্ত গ্ৰহণ কৰিলে, ইয়াৰ উপৰি অন্যান্য ৰাজহুৱা অনুষ্ঠান আৰু যৌথ শ্ৰমসংস্থাৰ বিষয়েও সিদ্ধান্ত লোৱা হ'ল।

উদাহৰণস্বৰূপে, অলপতে ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটী, ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েত আৰু মন্ত্ৰী পৰিষদে তলত দিয়া সিদ্ধান্ত গ্ৰহণ কৰিছিল— "ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ ২৭তম কংগ্ৰেছে গ্ৰহণ কৰা সিদ্ধান্ত অনুযায়ী সামাজিক-অৰ্থনৈতিক বিকাশৰ উন্নতি খৰতকীয়া কৰা আৰু তাৰ দায়িত্ব বহনৰ ক্ষেত্ৰত ছোভিয়েতৰ ভূমিকা বঢ়োৱা হওক।" বহুতো ৰাজহুৱা প্ৰতিষ্ঠান স্থাপন কৰা হ'ল; যেনে—অল ইউনিয়ন ছচাইটী অৱ মিউজিক, ছোভিয়েত ইউনিয়নৰ থিয়েট্ৰিকেল ছচাইটিৰ ইউনিয়ন, ছোভিয়েত ইউনিয়নৰ কালচাৰেল ফাণ্ড, আৰু অল ইউনিয়ন ছচাইটি অৱ ৱাৰ আৰু লেবাৰ ভেটেৰান। ছচিয়েলিষ্ট সংগঠনসমূহৰ বিষয়ে আইনৰ খচৰা প্ৰায় সম্পূৰ্ণ হোৱাৰ পথত, উক্ত আইনে যৌথ কৰ্মস্থান সমূহক অপ্ৰয়োজনীয় অংশবিশেষ আৰু চকীত বহি কাৰ্য চলোৱাৰ পৰা মুক্ত কৰি এক নতুন ধৰণৰ পৰিচালনাৰ

আইনগত ভিত্তি প্ৰস্তুত কৰিব। ইয়াৰ ফলত, কষ্ট একাউন্টিং, নিজস্ব বিত্ত সংগ্ৰহ আৰু ছচিয়েলিষ্ট স্ব-নিৰ্ভৰশীলতা—টিম কাউন্সিলৰ নিচিনা সাংগঠনিক পৰিষদ গঠন—আদিৰ দৰে অৰ্থনৈতিক ভাবে সফলতা লাভ কৰিবলৈ প্ৰয়োজন হোৱা বিষয় প্ৰতিষ্ঠা কৰাৰ সুবিধা হ'ব। উক্ত আইনৰ খচৰা সমগ্ৰ ৰাষ্ট্ৰজুৰি আলোচনাৰ বাবে প্ৰচাৰ কৰা হ'ব।

সমাজক আৰু বেছি গণতান্ত্ৰিকভাবে পৰিচালনা কৰাৰ এটা দিশ হৈছে, ছোভিয়েতৰ ৰাষ্ট্ৰীয় অনুষ্ঠানসমূহৰ কাৰ্যক্ষেত্ৰত উন্নতি, ইয়াৰ গণতান্ত্ৰিক প্ৰণালীসমূহৰ অগ্ৰগতি আৰু পৰিচালনা কৰাৰ মানদণ্ডৰ উন্নতি। ইয়াত নিৰ্দেশ দিয়া হৈছে যে চৰকাৰী সংগঠন সমূহৰ বিষয়াই শ্ৰমিকৰ প্ৰয়োজন সাৱধানতাৰে পৰীক্ষা কৰিব আৰু তেওঁবিলাকৰ অনুৰোধ আৰু দৰ্খাস্তসমূহ সৰতকীয়াভাৱে বিবেচনা কৰিব।

ছচিয়েলিষ্ট ৰাষ্ট্ৰৰ কাৰ্যসমূহ কিমান দূৰ কৃতকাৰ্যতাৰে পালন কৰা হৈছে সেইটো নিৰ্ভৰ কৰে, ৰাষ্ট্ৰৰ অনুষ্ঠানসমূহে কিমান ভালদৰে কাৰ্যপালন কৰিছে, তাৰ ওপৰত। অৰ্থনৈতিক পৰিচালনা বিশুদ্ধ কৰিবলৈ বহুতো ব্যৱস্থা অলপতে হাতত লোৱা হৈছে, ইয়াৰ গঠনসমূহ উন্নত কৰি সহজ কৰা হৈছে, পৰিচালক মণ্ডলীক উৎপাদনৰ ওচৰলৈ যিমান পাৰে আনিবৰ প্ৰচেষ্টা হাতত লোৱা হৈছে; কষ্ট একাউন্টিংৰ সম্পৰ্ক বহলোৱা হৈছে; কেৰাণীৰ সাহায্য, কম্পিউটাৰ আৰু অটমেটেড চিষ্টেমৰ প্ৰয়োজনীয়তা পৰিচালনাৰ ক্ষেত্ৰত সুমুৱাবলৈ ব্যৱস্থা লোৱা হৈছে।

ছচিয়েলিষ্ট ব্যৱস্থা অধিকভাবে গণতান্ত্ৰিক কৰিবলৈ প্ৰয়োজন হোৱা কাৰ্যসমূহ ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ ২৭তম কংগ্ৰেছত গৃহীত হোৱা নতুন আঁচনি সমূহত বহলাই কোৱা হৈছে। সমাজৰ বৰ্তমান ৰাজনৈতিক ব্যৱস্থাৰ কৌশলগত পথৰ ভিতৰত আছে ছোভিয়েত গণতন্ত্ৰৰ বিশদ কৰা আৰু জনসাধাৰণৰ চছিয়েলিষ্ট স্বায়ত্ব শাসিত চৰকাৰৰ বিষয়ে বুজাবৰ চেষ্টা কৰোৱা—যিটো চৰকাৰ গঠিত হৈছিল শ্ৰমিক শ্ৰেণী যৌথ-কৰ্মসংস্থা সমূহৰ প্ৰত্যক্ষ সহযোগিতাত আৰু দেশ আৰু ৰাজহুৱা কাৰ্যত সিবিলাকৰ যোগদানত।

ৰাষ্ট্ৰীয় সংগঠন বিলাকৰ বাহিৰেও জনসাধাৰণৰ স্বায়ত্ব শাসিত চৰকাৰৰ উপলব্ধিৰ বিষয়ে ৰাজহুৱা অনুষ্ঠান বিলাকেও উদগনি দিছে—ইয়াৰ ভিতৰত প্ৰথম আৰু প্ৰধান হৈছে ট্ৰেড ইউনিয়ন। ৰাষ্ট্ৰীয় সংগঠনবিলাকৰ সহযোগিতাত কাম কৰি ট্ৰেড-ইউনিয়নে শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থ ৰক্ষাত সহায় কৰে, নিয়মানুবৰ্তিতা ৰক্ষা কৰি অনুষ্ঠান বিলাক শক্তিশালী কৰে আৰু জনসাধাৰণক শ্ৰম আৰু নিয়মৰ বিষয়ে শিক্ষা প্ৰদান কৰে। ৰাছিয়াৰ ট্ৰেড ইউনিয়নক পৰিচালনা আৰু কমিউনিজমৰ স্কুল বুলি লেনিনে বৰ্ণনা কৰিছিল। ট্ৰেড ইউনিয়ন বিলাকৰ কাম কৰাৰ সুবিধা আৰু কাৰ্যক্ষমতা এতিয়াও প্ৰচুৰ।

২৭তম পাৰ্টি কংগ্ৰেছৰ সিদ্ধান্ত অনুসৰি কমিউনিষ্ট যুৱ লীগ ( কমছ'মল ), কৰ্মী ইউনিয়ন, আৰু চছিয়েলিষ্ট স্বায়ত্ত শাসন ব্যৱস্থাত থকা ভলন্টিয়াৰ অনুষ্ঠান সমূহৰ কাৰ্যকলাপৰ পৰিসৰ বৃদ্ধি কৰিবলৈ ব্যৱস্থা লোৱা হৈছে। চৰকাৰী অনুষ্ঠান সমূহে সমাধা কৰিব পৰা কিছুমান প্ৰশ্ন ট্ৰেড ইউনিয়ন, কমছ'মল আৰু মহিলা সংগঠন সমূহৰ সহযোগিতাত বা আগতীয়াকৈ চুক্তি কৰি লোৱাৰ আঁচনি গ্ৰহণ কৰা হৈছে আৰু উক্ত অনুষ্ঠান সমূহক কিছু কিছু ক্ষেত্ৰত প্ৰশাসনিক সিদ্ধান্ত প্ৰয়োগ কৰাটো বাতিল কৰিবলৈও অধিকাৰ দিয়া হৈছে।

চছিয়েলিষ্ট সমাজত ৰাজনৈতিক বিকাশ আৰু সামাজিক অৰ্থনৈতিক ক্ষেত্ৰৰ নিবিড় সম্পৰ্কৰ কথা লেনিনে দেখুৱাই দিছিল। তেওঁ লিখিছিল—"পৃথকভাৱে গ্ৰহণ কৰিলে কোনো ধৰণৰ গণতন্ত্ৰই চছিয়েলিজম আনিব নোৱাৰে। কিন্তু প্ৰকৃতাৰ্থত, গণতন্ত্ৰক "পৃথকভাৱে" কেতিয়াও ল'ব নোৱাৰি, ইয়াক অন্য বিষয়ৰ লগত "সামগ্ৰিক"ভাৱে গ্ৰহণ কৰিব লাগিব, ই নিজৰ প্ৰভাৱ অৰ্থনৈতিক জীৱনতো বিস্তাৰ কৰিব, ইয়াৰ ৰূপান্তৰৰ ব্যৱস্থা কৰিব আৰু ফলত ই অৰ্থনৈতিক বিকাশৰ দ্বাৰা প্ৰভাৱান্বিত হ'ব আৰু ইত্যাদি। ইয়েই জীৱন্ত ইতিহাসৰ কথা।"*

চছিয়েলিষ্ট অৰ্থনীতিৰ বিকাশ আৰু পৰিচালনাৰ বিষয়ত ছোভিয়েত ইউনিয়নৰ সংবিধানে বিশেষ গুৰুত্ব আৰোপ কৰিছে। সংবিধানৰ দ্বিতীয় অধ্যায়ত ( অৰ্থনৈতিক ব্যৱস্থা ) চছিয়েলিষ্ট সমাজত উৎপাদনৰ সম্পৰ্কৰ বিষয়ে বহলাই ব্যাখ্যা কৰিছে। ইয়াত দেখুৱাই দিয়া হৈছে যে, ৰাষ্ট্ৰৰ অৰ্থনৈতিক ব্যৱস্থা চছিয়েলিষ্ট মালিকীস্বত্বৰ ওপৰত প্ৰতিষ্ঠিত, যিয়ে ৰ উৎপাদনৰ বিকাশক নিৰ্ভৰ কৰিছে ৰাষ্ট্ৰীয় মালিকীস্বত্ব হিচাবে ( মালিকীস্বত্ব সমগ্ৰ জনসাধাৰণৰ ) আৰু যৌথ খাম আৰু সমবায় মালিকীস্বত্বৰ ওপৰত। দ্বিতীয় অধ্যায়ে ৰাষ্ট্ৰৰ সম্পত্তি, যৌথ খামৰ সম্পত্তি আৰু অন্যান্য সমবায় সমিতি, ব্যক্তিগত সম্পত্তি আৰু ছোভিয়েত নাগৰিকৰ ব্যক্তিগত শ্ৰমৰ বিষয়ে ব্যাখ্যা কৰিছে। চছিয়েলিষ্ট সমাজত শ্ৰমকৰ ভূমিকা আৰু চছিয়েলিজমৰ তলত বেছি উৎপাদনৰ লক্ষ্য—জনসাধাৰণৰ বাঢ়ি অহা পাৰ্থিৱ, সাংস্কৃতিক আৰু বৌদ্ধিক প্ৰয়োজনীয়তাৰ পূৰ্ণতা যাতে লাভ কৰিব পাৰে। এই অধ্যায়ে অৰ্থনৈতিক পৰিচালনাৰ প্ৰণালী আৰু চছিয়েলিষ্ট সমাজে পাৰিপাৰ্শ্বিকতা ৰক্ষাৰ বাবে কৰা প্ৰচেষ্টাও ব্যাখ্যা কৰিছে।

১৯৪০ চনৰ পৰা ১৯৮৪ চনৰ কালছোৱাৰ ভিতৰত দেশৰ স্থায়ী সম্পত্তি ১৯৬০ শতাংশ বৃদ্ধি পাইছে, চাকৰিয়ালৰ সংখ্যা ২৪০ শতাংশ আৰু ৰাষ্ট্ৰীয় আয় ১৫৩০ শতাংশ বৃদ্ধি পাইছে। ছোভিয়েত ইউনিয়নৰ ৰাষ্ট্ৰীয় সম্পত্তি, তাৰ মানে সমাজে তৈয়াৰী কৰা সকলো সম্পদ ( ইয়াৰ ভিতৰত মাটিৰ মূল্য, খনিজ সম্পদ আৰু বনাঞ্চল ধৰা হোৱা

* ভি, আই, লেনিন, কালেক্টেড ৱৰ্কচ, ভলিউম ২৩, পৃষ্ঠা ৪৫৭-৪৫৮

নাই ) এই সময় ছোৱাৰ ভিতৰত আঠগুণ বৃদ্ধি পাইছে। এই সম্পত্তিয়েই দেশৰ অৰ্থ নৈতিক অৱস্থাৰ মাপকাঠি।

ছোভিয়েত সমাজৰ নিচিনাকৈ কোনো সমাজে কষ্ট নকৰাকৈ আৰু অধিক দক্ষতাপূৰ্ণ কাম নকৰাকৈ এক নতুন ৰাষ্ট্ৰ গঠন কৰিব নোৱাৰে।

সমগ্ৰ ৰাষ্ট্ৰৰ অৰ্থনীতিৰ উৎপাদনৰ ক্ষেত্ৰত এক ঠিকা ব্যৱস্থাৰ প্ৰৱৰ্ত্তন কৰি আৰু সংগঠন সমূহ স্বনিৰ্ভৰশীল আৰু স্বকীয় বিত্তীয় ব্যৱস্থাৰে পৰিচালনা কৰা হৈছে। উৎপাদন আৰু অন্যান্য ক্ষেত্ৰত দৰমহাৰ ব্যৱস্থা পুনৰ গঠন কৰিবলৈ আঁচনি হাতত লোৱা হৈছে। ইয়াৰ উদ্দেশ্য হৈছে দৰমহাৰ মান আৰু কামৰ গুণ বঢ়োৱা।

ছোভিয়েত ৰাষ্ট্ৰৰ ইতিহাসে দেখুৱায় যে, উৎপাদনৰ চছিয়েলিষ্ট সম্পৰ্ক বিকাশ আৰু বিশুদ্ধ কৰোঁতে, শ্ৰমিকৰ লাহে লাহে গঠনমূলক ভাব আহে আৰু সমূহীয়া ভাব, সহযোগিতা আৰু কমৰেডৰ দৰেহে মৈত্ৰীয়া সাহায্য আহি পৰিলে জনসাধাৰণ শক্তিশালী হয়। জনসাধাৰণৰ গঠনমূলক ভাব উদয় হৈ আৰু ইয়াৰ বিকাশ সাধন কৰা হয়—ই নতুন পাৰ্থিব বস্তু, সংস্কৃতিক আৰু দৈহিক প্ৰয়োজনীয়তা বঢ়ায়, জনসাধাৰণৰ মন ব্যক্তিগত আৰু ৰাষ্ট্ৰৰ স্বাৰ্থৰ প্ৰতি সচেতন থাকে।

ছোভিয়েত অৰ্থনীতিৰ পুনৰ গঠনে আজিৰ সোভিয়েত উদ্যোগৰ উন্নতি সাধন কৰিছে। উৎপাদনৰ ক্ষেত্ৰত নতুন কৌশলৰ দল প্ৰয়োগ কৰা হৈছে, প্ৰত্যেক দলে এক ঠিকা ব্যৱস্থা মতে কাম কৰি তাৰ সদস্য সকলক তেওঁলোকৰ যোগ্যতা আৰু কামৰ অংশৰ ওপৰত নিৰ্ভৰ কৰি দৰমহা দিয়ে।

ইবিলাকৰ উদ্দেশ্য হৈছে প্ৰত্যেক শ্ৰমিকৰ আৰু গোট উদ্যোগৰ মাজত চছিয়েলিষ্ট ভাবধাৰাৰ প্ৰসাৰ বৃদ্ধি কৰা আৰু লক্ষ্য হৈছে, উত্তমানৰ উৎপাদন বৃদ্ধি আৰু আঁচনি সমূহ সময়মতে ৰূপায়িত কৰা। চছিয়েলিষ্ট উদ্যোগ সমগ্ৰ দেশখনৰ বিয়পি আছে আৰু ইয়াত ১১২,৭০০,০০০ জন শ্ৰমিকে অংশ গ্ৰহণ কৰিছে, ই মুঠ শ্ৰমশক্তিৰ ৯০ শতাংশৰ বেচি। ই প্ৰয়োজনীয় হৈ পৰিছে এই কাৰণেহে যে ইয়াৰ দ্বাৰা শ্ৰমিকে নিজৰ সৃজনীমূলক চিন্তাধাৰা, বঢ়াই আত্মবিশ্বাস গঠন কৰে আৰু জনসাধাৰণৰ স্বীকৃতি পোৱাত সহায় কৰে।

চছিয়েলিজম বাচি থকাৰ অন্যতম কাৰণ হৈছে ই বহুতো লোকৰ বুদ্ধিত সৃজনীমূলক চিন্তাধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। ছোভিয়েত সমাজৰ যেই কোনো বিষয়ৰ বিকাশৰ ক্ষেত্ৰত দেখা যায় যে এক সৃজনীমূলক লোকেই জনসাধাৰণক নেতৃত্ব দান কৰিছে, মানদণ্ড সৃষ্টি কৰিছে, নতুন সাফল্য লাভ কৰিছে আৰু কৰ্মক্ষেত্ৰত নতুন অৱস্থাৰ সৃষ্টি কৰিছে। ইয়াৰ ভিতৰত বিখ্যাত আৰু বহুলভাৱে প্ৰচাৰিত আন্দোলন হৈছে এলেক্সি ষ্টাখানভ নামে খনি বনুৱাৰ নামেৰে নামাকৰণ কৰা

স্থাখানভাইত আন্দোলন। তেওঁ কাম কৰাৰ প্ৰণালী নতুন ধৰণে চলাই আৰু কাৰিকৰী পদ্ধতি সমূহৰ সঠিক ব্যৱহাৰ কৰি স্থাখানভে ১৯৩৫ চনত তেওঁৰ দৈনন্দিন কয়লা খননৰ কোটা (Quota) ১৪ গুণলৈ বৃদ্ধি কৰিছিল। এই আন্দোলন আজিও প্ৰচলিত।

আজি সামাজিক কাৰ্যৰ ভূমিকা আৰু দায়িত্ব অনেক বেছি বৃদ্ধি পাইছে। আন্তৰ্জাতিক ৰূপ লোৱা কিছুমান সমস্যাই দেখা দিছে, যেনে—শান্তি ৰক্ষা, বহিৰ্বিশ্বৰ অনুসন্ধান আৰু সমগ্ৰ মানৱজাতিৰ কাৰণে তাৰ ব্যৱহাৰ আৰু পাৰিপাৰ্শ্বিক সমস্যা। ইয়াৰ ফলত প্ৰত্যেক ব্যক্তিৰ সমাজৰ প্ৰতি দায়িত্ব বাঢ়ি গৈছে আৰু সমাজৰো ব্যক্তিৰ প্ৰতি দায়িত্ব বাঢ়ি আহিছে।

পৰিবেশৰ সুৰক্ষা সমগ্ৰ পৃথিৱীৰ কাৰণে জৰুৰী হৈ পৰিছে। ছোভিয়েত ইউনিয়নৰ সংবিধানত ছোভিয়েত ৰাষ্ট্ৰৰ পাৰিপাৰ্শ্বিক নীতি সন্নিবিষ্ট কৰা আছে—ই তলত দিয়া ধৰণৰ—"বৰ্তমান আৰু ভৱিষ্যতৰ বংশধৰ সকলৰ স্বাৰ্থৰ বাবে, ছোভিয়েত ইউনিয়নৰ মাটি আৰু ইয়াৰ খনিজ পদাৰ্থ, জলসম্পদ, গছ-গছনি আৰু জন্তু, বায়ু আৰু পানীৰ বিশুদ্ধতা, প্ৰাকৃতিক সম্পদৰ উদ্ঘাটন আৰু মানৱ জাতিৰ পৰিবেশ, এই সকলোবোৰৰ সুৰক্ষা কৰি বৈজ্ঞানিক আৰু প্ৰকৃত ব্যৱহাৰৰ বাবে ৰাষ্ট্ৰই ব্যৱস্থা হাতত লব।" পৰিবেশ সুৰক্ষা কৰি ৰখাটো ছোভিয়েত নাগৰিকৰ সাংবিধানিক কৰ্তব্য। ইয়াৰ ৬৭ নং দাৰাটো এনে ধৰণৰ—"ছোভিয়েত নাগৰিক প্ৰকৃতি আৰু ইয়াৰ সম্পদৰ সুৰক্ষাৰ বাবে দায়ী।"

১৯৮৬-১৯৯০ চনৰ কালছোৱাৰ ভিতৰত আগবঢ়োৱা ছোভিয়েত ইউনিয়নৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ কাৰ্যসূচী আৰু ২০০০ চনত শেষ হ'ব লগা সময়ছোৱাৰ কাৰ্যসূচীত এক বিশেষ অংশ য'ত পৰিবেশ সুৰক্ষা আৰু প্ৰাকৃতিক সম্পদৰ প্ৰকৃত ব্যৱহাৰৰ বিষয়ে বিশদভাৱে উল্লেখ কৰা হৈছে।

অতি কম আৱৰ্জনা উৎপন্ন কৰা বা একেবাৰে আৱৰ্জনা নোহোৱা প্ৰক্ৰিয়াৰ প্ৰচলন কৰি আৰু কেঁচা-মাল সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰি পৰিবেশ দূষিত নকৰা উদ্যোগক কমপ্লেক্সৰ বিকাশ সাধন কৰি সমাজ আৰু প্ৰকৃতিৰ সমতা স্থাপন কৰা হ'ব। ছোভিয়েত ইউনিয়নে ইয়াৰ জলসম্পদ ৰক্ষাৰ বাবে বৃহৎ আকাৰৰ প্ৰচেষ্টা হাতত লৈছে—যেনে, বৈকাল হ্ৰদ, বাল্টিক, কাস্পিয়ান, কৃষ্ণ সাগৰ আৰু আজভ সাগৰ, সুমেৰু আৰু ইয়ালৈ বৈ অহা ডাঙৰ নদীসমূহ, মধ্য এচিয়াৰ নদী, আৰু অন্যান্য সৰু সৰু নদী আৰু হ্ৰদ সমূহ। এই কাৰ্যমাত্ৰ ছোভিয়েত ইউনিয়নৰ কাৰণেই উপকাৰী নহয়, কাৰণ ইয়াৰ প্ৰয়োজনীয়তা সমগ্ৰ বিশ্বৰ বাবে, যিহেতু, বায়ু পৰিষ্কাৰ, খহনীয়া ৰোধ, জন্তু আৰু গছ-গছনিৰ ৰক্ষা আৰু সিবিলাকৰ বংশবৃদ্ধিৰ ক্ষমতা ৰক্ষা সকলোৰে বাবে আৱশ্যকীয়।

# সামাজিক উন্নয়ন আৰু সংস্কৃতি

"প্ৰত্যেকৰে স্বাধীন উন্নয়ন হৈছে সকলোৰে বাবে স্বাধীন উন্নয়নৰ চৰ্ত"—( ২০ নং ধাৰা )

ছোভিয়েত ৰাষ্ট্ৰৰ সামাজিক উন্নয়ন আৰু সংস্কৃতিৰ বিষয়ে ছোভিয়েত সংবিধানৰ তৃতীয় অধ্যায়ত নিয়ম প্ৰণালী বৰ্ণোৱা আছে আৰু সামাজিক কৰ্ম পালন কৰাৰ প্ৰণালীও বৰ্ণনা কৰা আছে। উক্ত অধ্যায়ত সন্নিহিত ধাৰাসমূহে তলত দিয়া বিষয়সমূহ পালন কৰাৰ পথ দেখুৱাই দিছে, সামাজিক একত্ৰীকৰণ, ব্যক্তি বিশেষৰ উন্নতি, শ্ৰমিক কাৰ্য ব্যৱস্থা আৰু চৰিত্ৰৰ উন্নতি আৰু ছোভিয়েত জনসাধাৰণৰ পাৰ্থিব, শিক্ষাগত আৰু সাংস্কৃতিক মানদণ্ডৰ উন্নতি।

সাংস্কৃতিক গঠন আৰু বিকাশৰ ওপৰত নিৰ্ভৰশীল ছোভিয়েত সমাজৰ সামাজিক অগ্ৰগতিক অৰ্থনৈতিক আৰু ৰাজনৈতিক বিকাশৰপৰা বেলেগ কৰিব নোৱাৰি। লেনিনে লিখিছিল—"সামাজিক গাঠনিৰ চাৰিত্ৰিক বৈশিষ্ট হৈছে পৰিবৰ্তন সমাজ আৰু ৰাষ্ট্ৰ ক্ষমতাৰ। যেতিয়ালৈকে উক্ত পৰিবৰ্তন সমূহ বুজিব নোৱাৰি, তেতিয়ালৈকে সামাজিক কাৰ্যকলাপৰ কোনো দিশত এখোজো আগবাঢ়িব নোৱাৰি। উক্ত পৰিবৰ্তন বুজিব পৰাৰ ওপৰত ভৱিষ্যতৰ আশা নিৰ্ভৰ কৰে, যাৰ অৰ্থ, নক্সা বস্তু এটাৰ ওপৰত কল্পনা প্ৰসূত ভাব ঠিক কৰা নহয়, কিন্তু অৰ্থনৈতিক আৰু ৰাজনৈতিক গতি—যাৰ দ্বাৰাই দেশৰ ভৱিষ্যতৰ কথা তৎক্ষণাত বুজিব পাৰি, যি গতিৰ দ্বাৰা প্ৰত্যেক বুদ্ধিমান ৰাজহুৱা ব্যক্তিৰ কাৰ্যকলাপৰ দিশ আৰু চৰিত্ৰ বুজিব পাৰি।"*

দেশৰ অৰ্থনৈতিক উন্নতি খৰতকীয়া কৰিবলৈ আৰু জনসাধাৰণক কাৰ্যক্ষেত্ৰ, সমাজ আৰু ৰাজনীতিত বেছি সক্ৰিয় ভাগ ল'বলৈ সামাজিক আঁচনিসমূহ এক শক্তিশালী অস্ত্ৰ, ৰাজনৈতিক স্থিতাৱস্থা বাহাল ৰখা, এক নতুন পুৰুষ তৈয়াৰী কৰা আৰু সাম্যবাদী জীৱনধাৰাক সুদৃঢ় কৰাৰ ই এক প্ৰধান উপাদান।

সকলো চৰকাৰী আৰু পৰিচালকমণ্ডলীৰ সংগঠন, পাৰ্টি লোকেল আৰু ৰাজহুৱা অনুষ্ঠানসমূহৰ কাৰ্যৰ প্ৰধান লক্ষ্য হৈছে বসবাসৰ অৱস্থা, সংস্কৃতি আৰু জনসাধাৰণৰ অন্যান্য প্ৰয়োজন আৰু স্বাৰ্থৰ প্ৰতি মনোযোগ দি সামাজিক কাৰ্যসমূহ পালন কৰা।

চলিছিয়েলিষ্ট অৰ্থনীতিৰ বৃদ্ধিৰ ফলত সামাজিক কাৰ্যত খৰচ কৰিবলৈ দিয়া অংকৰ

* ভি, আই, লেনিন—কালেক্টেড ৱৰ্কচ, ভলিউম ১৭, পৃষ্ঠা—১৪৪।

পৰিমাণ বৃদ্ধি পাইছে। ১৯৬৫ চনৰপৰা ১৯৮৫ চনৰ ভিতৰত ছোভিয়েত নাগৰিকৰ প্ৰকৃত আয় ৬০০ শতাংশ বাঢ়িল, আৰু যৌথ পামৰ কৃষকৰ আয় ইয়াতকৈ বহুগুণে বাঢ়িল—৯১০ শতাংশ। সামাজিক ভোগ্য পুঁজিৰ* পৰিমাণ ১৯৪০ চনৰ ৪,৬০০ নিযুত ৰুবলৰপৰা ১৯৮৪ চনত ১৫৯,৫০০ নিযুত ৰুবললৈ বৃদ্ধি পালে, অৰ্থাৎ জনমূৰি হিচাবে বছৰি ২৪ ৰুবলৰপৰা ৫১০ ৰুবললৈ বৃদ্ধি পালে।**

ছোভিয়েত নাগৰিকৰ সা-সুবিধা আৰু সেৱাৰ বাবে সামাজিক ভোগ্য পুঁজিয়ে এক তৃতীয়াংশ অৰ্থৰ যোগান ধৰে। উক্ত পুঁজি অবশ্যে দাতব্য বুলি গণ্য কৰিব নোৱাৰি। চছিয়েলিষ্ট সমাজৰ সকলো সভ্যৰ শিক্ষাৰ সুবিধা আৰু সাংস্কৃতিক সম্পদ লাভ আৰু ল'ৰা ছোৱালী প্ৰতিপাল কৰাত সমতা লাভ কৰাৰ বাবে উক্ত পুঁজি অতি প্ৰয়োজনীয়। কেতিয়াবা বা নিয়মিতভাৱে কোনো ব্যক্তিৰ বিভিন্ন কাৰণত সাহায্যৰ প্ৰয়োজন হলে উক্ত পুঁজিৰপৰা খৰচ কৰা হয়।

সামাজিক ভোগ্য পুঁজিৰ পৰিমাণ বৃদ্ধিৰ লগে লগে ছোভিয়েত নাগৰিকৰ পাৰ্থিব আৰু সাংস্কৃতিক প্ৰয়োজন পূৰণ কৰিব পৰা হৈছে; তেওঁবিলাকে বিনামূলীয়াকৈ শিক্ষা লাভ কৰিব পাৰিছে আৰু নিজৰ কৌশল উন্নত কৰিব পাৰিছে; স্বাস্থ্য নিবাস আৰু ছুটীৰ কেন্দ্ৰত বাস কৰাকে ধৰি বিনামূলীয়া বা অতি কম খৰচ কৰি তেওঁবিলাকক চিকিৎসা সেৱা প্ৰদান কৰা হৈছে।

ছাত্ৰৰ এলাৱেন্সকে ধৰি বহুলভাৱে পেন্সন আৰু এলাৱেন্সৰ সুবিধা আছে। শিশু-প্ৰতিপাল কেন্দ্ৰ আৰু অন্য কামৰ কাৰণেও সামাজিক ভোগ্য পুঁজিৰপৰা খৰচ কৰা হয়। ইয়াৰ উপৰিও, উক্ত পুঁজি ভাল কাম কৰাৰ বাবে এক উৎসাহ যোগানকাৰী।

ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ আঁচনিৰ নতুন সংস্কৰণত কোৱা হৈছে যে সামাজিক ভোগ্য পুঁজি বৃদ্ধি হৈ থাকিব আৰু ইয়াৰ বিতৰণ আৰু উন্নত হ'ব।

ক্ৰমাগত বাঢ়ি থকা ৰাষ্ট্ৰীয় আয় ব্যক্তিগত খৰচৰ বাবে বণ্টন কৰা হ'ব। অহা পোন্ধৰ বছৰত ৰাষ্ট্ৰীয় আয় প্ৰায় দুগুণ কৰাৰ আঁচনি লোৱা হৈছে আৰু জনসাধাৰণৰ প্ৰয়োজনৰ বাবে বণ্টন কৰা পুঁজিও দুগুণ কৰা হ'ব।

বৰ্তমান যি অৱস্থাত চছিয়েলিজমৰ বিশুদ্ধতা অনা হৈছে, তাৰ কাৰণে পাৰ্টিয়ে সামাজিক নীতিৰ প্ৰধান লক্ষ্য সমূহ তলত দিয়া ধৰণে ব্যাখ্যা কৰিছে—

---

* সামাজিক ভোগ্য পুঁজি হৈছে ৰাষ্ট্ৰীয় আয়ৰ এক অংশ, যাৰ দ্বাৰা সমাজৰ সভ্যসকলৰ দৰমহাৰ বাহিৰৰ প্ৰয়োজন পূৰাব পাৰি। উক্ত পুঁজিৰ অৰ্থ শিক্ষা, স্বাস্থ্য, শাৰিৰীক কাৰ্যক্ৰম, সামাজিক সুৰক্ষা আদিৰ উন্নতিৰ কাৰণে ব্যয় কৰা হয়। বিনামূলীয়াকৈ যোগান ধৰা বস্তু বা সস্তাত যোগান ধৰা বস্তুৰ বাবে উক্ত পুঁজিৰ টকা খৰচ কৰা হয়; ইয়াৰ উপৰিও পেন্সন, ছাত্ৰৰ এলাৱেন্স আদিত ইয়াৰপৰা খৰচ কৰা হয়।

** ১৯৮৪ চনত ছোভিয়েত ইউনিয়নৰ ৰাষ্ট্ৰীয় অৰ্থনীতি; এক ইয়েৰবুক, মস্কো, ১৯৮৫, পৃষ্ঠা—৪২৭ (ৰুছ ভাষাৰ)।

—ছোভিয়েত জনসাধাৰণৰ বসবাস আৰু কাম কৰা অৱস্থাৰ ক্ৰমাগত উন্নতি,

—সামাজিক সম্পৰ্কৰ ক্ষেত্ৰত সকলো ফালৰপৰা সামাজিক ন্যায় পালন কৰাৰ পূৰ্ণ কাৰ্যকৰিতা।

—মানসিক আৰু দৈহিক কামৰ ভেদ নোহোৱা কৰি, চহৰ আৰু গাঁৱৰ বিভাজন নোহোৱা কৰি, সমাজৰ সকলো স্তৰ আৰু শ্ৰেণীৰ লোকৰ সম্পৰ্ক গভীৰ কৰা,

বিভিন্ন জাতি আৰু গোষ্ঠীৰ সম্পৰ্ক শক্তিশালী ক'ৰ দেশৰ জনসাধাৰণৰ মাজত বন্ধুত্বৰ ভাব গঢ়ি তোলা—

অলপতে প্ৰকাশ পোৱা বাইজুৰি সমাজবিজ্ঞানীৰ মন্তব্যই এইটো দেখুৱাইছে যে তলত উল্লেখ কৰা বিষয়সমূহ ছোভিয়েত সমাজৰ বিশেষত্ব : ছোভিয়েত জনসাধাৰণৰ কল্যাণৰ বিকাশ ( মন্তব্য লোৱা তিনি চতুৰ্থাংশৰ মতে যোৱা পাঁচ বছৰৰ ভিতৰত জীৱনধাৰণৰ মানৰ বহুতো উন্নতি হৈছে ), সামাজিক ভাৱে আশান্বিত ( মন্তব্য লোৱা শতকৰা নব্বৈজনৰ মতে তেওঁবিলাকে আৰু তেওঁবিলাকৰ পৰিয়ালৰ সকলো ভৱিষ্যতৰ বাবে আশাৰে বাট চাই আছে ); আন্তৰ্জাতিকতাবাদ ( মন্তব্য লোৱা শতকৰা ৯২ জনৰ মতে তেওঁবিলাকে কোনো ধৰণৰ জাতিগত বা সমাজগত পক্ষপাতিত্ব নথকা লোকৰ মাজত বাস কৰি কাম কৰিছিল ), জনসাধাৰণৰ বেছি ভাগৰ কাৰ্যত, সমাজত আৰু ৰাজনৈতিক প্ৰত্যক্ষ সহযোগিতা।

ছোভিয়েত ইউনিয়নৰ ১৯৮৬-১৯৯০ চনৰ সময়চোৱা আৰু ২০০০ চনত শেষ হ'ব লগা সময়চোৱাৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ নিৰ্দেশিকা অনুযায়ী সকলো শ্ৰেণী, বিভাগ আৰু জনসাধাৰণৰ সামাজিক গোটৰ কল্যাণৰ বাবে চেষ্টা চলোৱা হ'ব আৰু সিবিলাকৰ কাৰিকৰী আৰু বাসস্থানৰ প্ৰকৃত উন্নতি বিকাশৰ সামাজিক দিশটো উন্নতি কৰিবলৈ আঁচনি লোৱা হৈছে আৰু ছোভিয়েত সমাজৰ ব্যক্তি-বিশেষৰ সকলো দিশৰ সামঞ্জস্য ৰাখি উন্নতি কৰাবলৈ চেষ্টা কৰা হৈছে। এক অতি উন্নত মানৰ উদ্যোগ গঠন কৰিবলৈ চেষ্টা কৰা হৈছে, যাতে ঘৰুৱা কামৰ বোজা কমাব পৰা যায়। ক্ৰেতাসকলক শিক্ষাদানৰ আঁচনিও হাতত লোৱা হৈছে আৰু ব্যক্তি বিশেষৰ উন্নতিৰ সমতা ৰাখি সিবিলাকৰ দাবী জনাবলৈও উদগনি দিয়া হৈছে। জনসাধাৰণৰ সাংস্কৃতিক আৰু বুদ্ধিমত্তাৰ মানদণ্ড উন্নীত কৰিবলৈ চেষ্টা কৰা হৈছে। অন্যান্য বিলাকৰ লগতে তলত দিয়া সমূহ উল্লেখ কৰা বাঞ্ছনীয়—স্বাস্থ্য ক্ষেত্ৰত ৰোগৰ প্ৰতিৰোধত বেছি গুৰুত্ব দিয়া হ'ব আৰু সমগ্ৰ জনসাধাৰণৰ বাৎসৰিক স্বাস্থ্য পৰীক্ষা কৰা হ'ব; ছোভিয়েত জনসাধাৰণৰ শিক্ষাগত আৰু সাংস্কৃতিক মানদণ্ডৰ উন্নতি সাধন আৰু তেওঁবিলাকৰ সাংস্কৃতিক আৰু বৌদ্ধিক প্ৰয়োজনীয়তাৰ সম্পূৰ্ণভাৱে পূৰ্ণ কৰণ।

ন্যায় আৰু অন্যায়—এইবিলাকৰ ব্যাখ্যা সময়ৰ সৌতত সলনি হৈ থাকে—ই নিৰ্ভৰ কৰে এক বিশেষ সময়ৰ সমাজ আৰু শ্ৰেণীৰ ওপৰত যি ইয়াৰ অৰ্থৰ নিজৰ ৰূপ দিয়ে। শোষণকাৰী সকলে যিটো ন্যায় বুলি ভাবে, শ্ৰমজীৱীসকলে সেইটো ন্যায়ৰ সম্পূৰ্ণ বিৰোধী বুলি মানি লয়।

মাৰ্ক্সিষ্ট-লেনিনিষ্ট শিক্ষাৰ ভিত্তি সামাজিক ন্যায়ৰ ভাবধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। চছিয়েলিষ্ট সমাজত সামাজিক ন্যায়ৰ বাবে সপোন দেখাটো চছিয়েলিষ্ট জীৱনধাৰণ প্ৰকৃত ৰূপে দেখা দিলে। ৰাজহুৱা মালিকী স্বত্বৰ দ্বাৰা প্ৰতিষ্ঠিত উৎপাদনসমূহ চছিয়েলিষ্ট উৎপাদন হিচাবে যিমান দূৰ কৰি সমাজৰ সকলো সদস্যৰ কুশল আৰু উন্নতিৰ বাবে চেষ্টা কৰা হৈছে। এইটো সম্ভৱ হৈছে উৎপাদনৰ প্ৰণালী আৰু উৎপাদনৰ সম্পৰ্কৰ একেলেঠাৰিয়ে কৰি অহা উন্নতি আৰু বিশুদ্ধতাৰ দ্বাৰা।

চছিয়েলিষ্ট সমাজত সামাজিক ন্যায়ে সমাজৰ সকলো ধৰণৰ সম্পৰ্কক আগুৰি লৈছে। ই প্ৰকৃত আৰু সঠিক জনসাধাৰণৰ চৰকাৰৰ অংশ। আইনৰ আগত সমতা, সকলো জাতিৰ সমতা, এক সমতা যিটো প্ৰকৃত আৰু চৰকাৰী ঘোষণাতে আবদ্ধ থকা নহয়—ই বিলাকেই ইয়াৰ উদাহৰণ। ইয়াৰ আৰু উদাহৰণ হৈছে, ব্যক্তিৰ প্ৰতি শ্ৰদ্ধা আৰু ব্যক্তিৰ সকলো দিশৰ উন্নতি। সামাজিক ন্যায় সামাজিক গেৰাণ্টীৰ বৃহৎ পৰিসৰৰ দ্বাৰা উপলব্ধি কৰিব পাৰি, যেনে কাম আৰু থকাৰ বাসস্থান, জিৰণি আৰু আৰাম ল'ব পৰাৰ মৌলিক অধিকাৰ, শিক্ষা, বিনামূলীয়া চিকিৎসা সেৱাৰ অধিকাৰ, বৃদ্ধাৱস্থা বা বিকলাঙ্গ হোৱাৰ সময়তো যত্ন পাবৰ অধিকাৰ আৰু মাতৃ আৰু শিশুৰ বাবে বিশেষ যত্ন ল'বৰ অধিকাৰ ইত্যাদি।

ছোভিয়েত ইউনিয়নৰ মৌলিক আইনমতে সকলো ছোভিয়েত নাগৰিকৰ সকলো অধিকাৰ আৰু স্বাধীনতা লাভৰ গেৰাণ্টী আছে।

কিন্তু সামাজিক ন্যায় একেবাৰতিৰ ভিতৰতে লাভ কৰিব পৰা নহয়—সমাজে অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক বিষয়সমূহতো বিশুদ্ধতা লাভ কৰা পদে পদে ইয়াক লাভ কৰিব পাৰি। সামাজিক ৰূপান্তৰ নতুন সমাজৰ সকলো দিশত প্ৰকট হৈ উঠাৰ লগে লগে সামাজিক সম্পৰ্ক বিশুদ্ধ হয়, সামাজিক ন্যায় আৰু বেচি গাঢ় হয়।

সামাজিক ন্যায়ৰ নীতি সমূহ হৈছে সমাজ আৰু ব্যক্তিৰ সম্পৰ্কৰ মাজত দুমুখীয়া পথ—ই হৈছে ১৯৮৬-১৯৯০ চনৰ কালছোৱা আৰু ২০০০ চনলৈকে ৰাষ্ট্ৰৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ আঁচনিৰ দ্বাৰা চছিয়েলিজম বিশুদ্ধতা কৰা প্ৰচেষ্টাৰ এক অংশ।

দেশৰ সামাজিক আৰু অৰ্থনৈতিক বিকাশে ছোভিয়েত সমাজক এক নতুন স্তৰলৈ লৈ যাব, যিটোৱে ছোভিয়েত জনসাধাৰণৰ জীৱন আৰু সামাজিক অৱস্থাৰ

মাপকাঠি নির্ণয়ৰ বাবে নতুন মানদণ্ড বিচাৰিব আৰু সামাজিক ন্যায়ৰ বাবে সকলো বিভাগ আৰু সংজ্ঞা বিচাৰিব।

চছিয়েলিজমৰ মৌলিক নীতিত ছোভিয়েত সমাজৰ ন্যায়ৰ সংজ্ঞা দিয়া আছে—"প্ৰত্যেকেই নিজৰ ক্ষমতা অনুযায়ী, প্ৰত্যেকলৈ নিজৰ কাৰ্য অনুযায়ী।"

বিভিন্ন জাতিৰ মাজত সম্পৰ্ক ৰক্ষাৰ সামাজিক নীতি গুৰুতৰ আৰু বহুমুখী। ছোভিয়েত ৰাষ্ট্ৰই ইয়াৰ প্ৰথম আইন বিধানত ঘোষণা কৰিছিল আৰু প্ৰতিশ্ৰুতি দিছিল যে ৰাছিয়াৰ সকলো জনসাধাৰণ সমান—"ৰাছিয়াৰ জনসাধাৰণৰ অধিকাৰৰ ঘোষণা" আৰু "শ্ৰমিক আৰু শোষিত জনসাধাৰণৰ অধিকাৰৰ ঘোষণা।" এনে ধৰণেই, প্ৰত্যেক নাগৰিককে স্বনিয়ন্ত্ৰণৰ অধিকাৰৰ স্বাধীনতা প্ৰদান কৰা হৈছিল আৰু জাতিগত সুবিধা আৰু বাধা সমূহ শেষ কৰি দিয়া হৈছিল। জাতিসমস্যাৰ ক্ষেত্ৰত এক গণতান্ত্ৰিক সমাধানলৈ আহিব নোৱাৰিলে চছিয়েলিজম হোৱাটো অসম্ভৱ।

সৰু ডাঙৰ সকলো জাতি থকা ছোভিয়েত ইউনিয়নৰ জনসাধাৰণৰ সমতা ছোভিয়েত চৰকাৰৰ সামাজিক ৰাজনৈতিক চৰিত্ৰ আৰু দেশৰ ৰাষ্ট্ৰ ব্যৱস্থাৰ বিশেষ ৰূপটোৱে সুনিশ্চিত কৰে দেশৰ উক্ত বিশেষ ব্যৱস্থা হৈছে চছিয়েলিষ্ট ফেডাৰেচন।

ইউনিয়ন প্ৰজাতন্ত্ৰবিলাকৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ব্যৱস্থা, সামাজিক আৰু সাংস্কৃতিক, সকলো দিশতে প্ৰভুত্ব অধিকাৰ আছে। জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতত সকলো জাতিগত গোষ্ঠীৰ প্ৰতিনিধিত্ব আছে। ১৯৮৪ চনত হোৱা ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতৰ ১১তম অধিবেশনত ৬৩টা জাতিৰ প্ৰতিনিধি নিৰ্বাচিত কৰা হয়, ইয়াৰ ফলত ছোভিয়েত পাৰ্লিয়ামেণ্ট পৃথিৱীৰ বিধানসভা সমূহৰ ভিতৰত সকলোতকৈ বেছি বিভিন্ন জাতি গোষ্ঠী থকা একমাত্ৰ বিধানসভা হ'ল। ইয়াৰ এক সভা—'ছোভিয়েত অব নেচনেলিটিজ প্ৰত্যেক ইউনিয়ন প্ৰজাতন্ত্ৰৰ ৩২ জন প্ৰতিনিধি আছে, প্ৰত্যেক স্বায়ত্বশাসিত প্ৰজাতন্ত্ৰৰ ১১ জন প্ৰতিনিধি, প্ৰত্যেক স্বায়ত্বশাসিত অঞ্চলৰ পাঁচজন ডেপুটী আৰু প্ৰত্যেক স্বায়ত্বশাসিত ক্ষেত্ৰৰ এজনকৈ ডেপুটী আছে।

ছোভিয়েত ইউনিয়নৰ সংবিধানৰ লগত খাপ খোৱাকৈ প্ৰত্যেক ইউনিয়ন প্ৰজাতন্ত্ৰৰ নিজৰ সংবিধান আছে, প্ৰত্যেক প্ৰজাতন্ত্ৰৰ বিশেষত্ব অনুযায়ী ৰাষ্ট্ৰীয় আইনৰ গাঠনিৰ মাজত থকাকৈ অন্যান্য আইন প্ৰজাতন্ত্ৰ সমূহে প্ৰবৰ্তন কৰে। প্ৰত্যেক ইউনিয়ন প্ৰজাতন্ত্ৰৰ নিজস্ব চৰকাৰ, বাজেট, প্ৰতীক আৰু পতাকা আছে। ইউনিয়ন প্ৰজাতন্ত্ৰৰ সৰ্বোচ্চ অনুষ্ঠানে দেশৰ বাবে আইন প্ৰণয়ন কৰিব পাৰে।

ছোভিয়েত ইউনিয়নৰ বিভিন্ন জাতি গোষ্ঠীৰ মাজত সম্পৰ্ক ৰক্ষাৰ সামাজিক নীতিৰ ভিতৰত আছে পাৰ্থিব, সাংস্কৃতিক আৰু বৌদ্ধিক ক্ষমতা বৃদ্ধি কৰা আৰু

প্ৰত্যেক ইউনিয়ন প্ৰজাতন্ত্ৰ আৰু অন্য স্বায়ত্বশাসিত বিভাগ সমূহক উক্ত ক্ষমতা সমূহ সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰি আৰু প্ৰত্যেক জাতিগোষ্ঠীৰ সাংস্কৃতিক সম্পদৰ বৰঙণি যোগাই সমগ্ৰ ৰাষ্ট্ৰৰ বাবে এক সংস্কৃতি গঢ়ি তোলা।

সাংস্কৃতিক সা-সুবিধা সমূহৰ অধিকাৰ উপভোগ কৰিবলৈ চোভিয়েত নাগৰিকে জাতীয় আৰু ৰাজহুৱা সংগ্ৰহালয়বিলাকত ৰাষ্ট্ৰীয় আৰু আন্তৰ্ৰাষ্ট্ৰীয় সম্পদসমূহ উপভোগ কৰিব পাৰে। সাংস্কৃতিক আৰু শিক্ষাগত অনুষ্ঠানবিলাক সমভাবে গোটেই দেশতে প্ৰতিষ্ঠিত; মাতৃভাষাত প্ৰচাৰ মাধ্যম আৰু কিতাপ প্ৰকাশ; আৰু বিদেশৰ ৰাষ্ট্ৰৰ লগত সাংস্কৃতিক বিনিময়ৰ বৃদ্ধি। চোভিয়েত ইউনিয়নত স্থানীয় অঞ্চলত প্ৰচলিত ভাষাত শিক্ষাদান কৰা হয়। কাচাৰীৰ কাজ-কৰ্মও স্থানীয় ভাষাত পৰিচালনা কৰা হয়।

১৯৮৬- ৯০ চনৰ কালছোৱাত ৫১১ টা জিলা সমূহীয়া কেন্দ্ৰ স্থাপন কৰিবলৈ আঁচনি গ্ৰহণ কৰা হৈছে—ইয়াৰ আগৰ পাঁচ বছৰত এনে সুবিধা আগবঢ়োৱা সংখ্যাৰ উক্ত সংখ্যা হৈছে দুগুণ। ৫৬৬০ টা গাঁৱৰ আমোদ ভৱন আৰু সমূহীয়া কেন্দ্ৰ, ২৫০ টা চিনেমা ঘৰ, আৰু সামাজিক সাংস্কৃতিক ক্ষেত্ৰত অন্যান্য প্ৰকল্প কাৰ্যকৰী কৰাৰ আঁচনি হাতত লোৱা হৈছে। ইয়াৰ উপৰিও ২৫০ টা আমোদ ভৱন আৰু সমূহীয়া কেন্দ্ৰ কাৰখানা সমূহে তৈয়াৰী কৰিব। মাধ্যমিক আৰু উচ্চ শিক্ষাৰ পুনৰ গঠনৰ কাম আগবাঢ়িছে, থিয়েটাৰ কোম্পানী আৰু ফিল্ম ষ্টুডিঅ' বিলাকৰ কামো গণতান্ত্ৰিক হ'বলৈ আৰম্ভ কৰিছে আৰু সামাজিক কাৰ্যকলাপত কলা কুশলীৰ ইউনিয়নবিলাকে সক্ৰিয় অংশগ্ৰহণ কৰিবলৈ আৰম্ভ কৰিছে।

# বৈদেশিক নীতি

"ছোভিয়েত ইউনিয়নত যুদ্ধৰ বাবে প্ৰচাৰ অভিযান কৰা নিষেধ" ( ধাৰা—২৮ )

ছোভিয়েত সংবিধানৰ চতুৰ্থ অধ্যায়ত দেশৰ বৈদেশিক নীতিৰ মূল নিয়ম আৰু লক্ষ্য বৰ্ণনা কৰা আছে। ছোভিয়েত ৰাষ্ট্ৰৰ বৈদেশিক নীতিৰ মুখ্য নিয়ম হৈছে লেনিনবাদী শান্তি নীতি, ছোভিয়েত ইউনিয়নে সদায় ৰাষ্ট্ৰ সমূহৰ সুৰক্ষা আৰু বহুলভাৱে আন্তৰ্জাতিক সহযোগিতাৰ হকে কাম কৰি আহিছে। ১১০ ধাৰাৰ লগত সংগতি ৰাখি ছোভিয়েত ইউনিয়নে অন্য ৰাষ্ট্ৰৰ লগত সম্পৰ্ক ৰক্ষাৰ কাৰণে তলত দিয়া আদৰ্শ সমূহ মানি চলে,—সাৰ্বভৌম সমতা, উভয়পক্ষীয়া ভাৱে সৈন্য প্ৰয়োগৰ বিৰোধিতা, সীমান্ত অলঙ্ঘন অৱস্থা, ৰাষ্ট্ৰৰ সীমাৰ সুৰক্ষা, বিবাদৰ শান্তিপূৰ্ণ মীমাংসা, ঘৰুৱা নীতিত হস্তক্ষেপ নকৰা, মানৱ অধিকাৰ আৰু মৌলিক স্বাধীনতাৰ প্ৰতি সন্মান প্ৰদৰ্শন, ৰাষ্ট্ৰৰ নিজস্ব ভাগ্য নিয়ন্ত্ৰণৰ অধিকাৰৰ প্ৰতি সন্মান, ৰাষ্ট্ৰসমূহৰ মাজত সহযোগিতা, ছোভিয়েত ইউনিয়নৰ লগত স্বাক্ষৰিত চুক্তি আৰু আন্তৰ্জাতিক আইন-কানুন অনুযায়ী স্বীকৃত কাযসমূহৰ দায়িত্ব পালন।

ছোভিয়েত চৰকাৰে অন্যান্য চৰকাৰ, ৰাজনৈতিক পাৰ্টি, ৰাজহুৱা অনুষ্ঠান আৰু যিবিলাক আন্দোলনে শান্তিৰ হকে প্ৰচেষ্টা চলাইছে সিবিলাকৰ লগত বেচি ঘনিষ্ঠ আৰু উৎপাদনশীল সহযোগিতা কৰিবলৈ পথ বিচাৰিছে আৰু সাধাৰণভাৱে আন্তৰ্জাতিক সুৰক্ষাৰ বাবে সকলো ৰাষ্ট্ৰৰ মাজত এক ঘনিষ্ঠ পদ্ধতি প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছে। কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ ২০তম কংগ্ৰেছৰ ৰাজনৈতিক প্ৰতিবেদনত মিথাইল গৰাচেভে মৌলিকভাৱে সামৰিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু মানৱিক অধিকাৰৰ প্ৰশ্নটো ব্যাখ্যা কৰিছিল, যাৰ ওপৰত ভিত্তি কৰি আন্তৰ্জাতিক নিৰাপত্তা গঢ় তুলিব পাৰি।

যুদ্ধ আৰু অস্ত্ৰবিহীন সমাজ সমাজবাদৰ লক্ষ্য।

ছোভিয়েত ইউনিয়নৰ বৈদেশিক নীতিৰ মুখ্য লক্ষ্য হৈছে—ছোভিয়েত জনসাধাৰণ আৰু পৃথিৱীৰ সকলো মানৱজাতি শান্তি আৰু স্বাধীনভাৱে বাস কৰিব পৰাটো সম্ভৱ কৰা। উক্ত লক্ষ্যত আজি উপনীত হবলৈ, আনবিক যুদ্ধৰ সকলো ধৰণৰ আয়োজন বন্ধ কৰিব লাগিব আৰু যুদ্ধাস্ত্ৰৰ প্ৰয়োগৰ সামৰণি মাৰি সমগ্ৰ বিশ্বতে সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ কৰিব লাগিব।

বিধ্বংসীকামী অস্ত্ৰ তৈয়াৰী ২০০০ চনৰ ভিতৰত সাৰৰণি মাৰিবলৈ কৰা ছোভিয়েতৰ আঁচনি আমাৰ যুগৰ দাবী।

আণৱিক নিৰস্ত্ৰীকৰণৰ আঁচনি অনুযায়ী ছোভিয়েত ইউনিয়নে এক গঠনমূলক প্ৰস্তাৱ আগবঢ়াই মাৰ্কিন যুক্তৰাষ্ট্ৰৰ লগত আলোচনা কৰাৰ লগে লগে বৰ্তমানে প্ৰচলিত অস্ত্ৰসজ্জা ইউৰোপ, আটলাণ্টিকৰপৰা উৰাললৈ সৈন্যসংখ্যা কমোৱাৰ ব্যৱস্থাৰ বিষয়েও আলোচনা কৰিছে। অন্যপক্ষে ছোভিয়েত ইউনিয়নে আগবঢ়োৱা কিছুমান প্ৰস্তাৱ অনুযায়ী ৰাসায়নিক অস্ত্ৰ, ইয়াৰ ভাণ্ডাৰ আৰু তৈয়াৰী কৰাৰ সুবিধা বন্ধ কৰাৰ বাবে চুক্তি সম্পাদন কৰা সম্ভৱ হ'ল।

ছোভিয়েত ইউনিয়নে এচিয়া প্ৰশান্ত মহাসাগৰীয় অঞ্চলত সামৰি আন্তৰ্জাতীয় নিৰাপত্তা আৰু শান্তিপূৰ্ণ সহযোগিতাৰ প্ৰক্ৰিয়া আৰম্ভ কৰিবলৈ এক পূৰ্ণ প্ৰস্তাৱ আগবঢ়াইছে।

ৰেগনৰ "ষ্টাৰ ৱাৰ"ৰ বিকল্প হিচাপে ছোভিয়েত ইউনিয়নে "ষ্টাৰ শান্তি" নামৰ প্ৰস্তাৱ সংযুক্ত ৰাষ্ট্ৰপুঞ্জলৈ আগবঢ়াইছিল।

একপক্ষীয়ভাৱে আণৱিক পৰীক্ষাৰ ওপৰত নিষেধ আৰোপ কৰি ১৯৮৫ চনৰ আগষ্ট মাহত ছোভিয়েত ইউনিয়নে এক সাহসী পথ দেখুৱালে। ই এক প্ৰকৃত কাৰ্যকৰী স্তৰ, মাত্ৰ এক প্ৰস্তাৱ নহয়।

ছোভিয়েত ইউনিয়নৰ উদ্যোগত ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীৰ সাধাৰণ সম্পাদক মিখাইল গৰ্বাচভে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি ৰ'নাল্ড ৰেগনৰ লগত এক কাৰ্যকৰী সংলাপৰ বাবে ১৯৮৬ চনৰ ১১-১২ আক্টোবৰত মিলিত হ'ল।

কিছুদিন আগেয়ে ছোভিয়েত দৈনিক "ছোভেৎস্কায়া ৰছিয়াই" ছোভিয়েত নাগৰিকৰ আন্তৰ্জাতিক বিষয় যেনে যুদ্ধ আৰু শান্তিৰ বিষয়ে এক মতামত গ্ৰহণ কৰিছিল। ইয়াৰ প্ৰশ্নবোৰৰ ৩০° পূৰ্ব দ্ৰাঘিমাত থকা ছোভিয়েত ইউনিয়নৰ ১৫১২ জন লোকে উত্তৰ দিছিল। উক্ত দ্ৰাঘিমা ৰেখা কচ ফেডাৰেচন, বিয়েলো ৰাছিয়া, মলদেভিয়া আৰু ইউক্ৰেইনৰ চহৰ আৰু বহুত গাঁৱৰ মাজেদি গৈছে। বহু বছৰ ধৰি উক্ত অঞ্চলসমূহত বহুতো নতুন প্ৰকল্প তৈয়াৰী কৰা হৈছে আৰু আঁচনি-সমূহ কাৰ্যকৰী কৰা হৈছে। কিন্তু ইয়াত অন্য এক সময়ৰ স্মৃতি এতিয়াও মানুহৰ মনত আছে, যেতিয়া বেৰেনৰ পৰা কৃষ্ণ সাগৰলৈকে সমগ্ৰ অঞ্চল জুৰি হোৱা যুদ্ধৰ ফলত মাত্ৰ ধ্বংসাৱশেষ আৰু বিষাদহে আছিল। মত লোৱা মানুহৰ ৯৩.২ শতাংশৰ মতে আণৱিক যুদ্ধ ৰোধ কৰিব পৰা যায়। এই বিশ্বাস স্থাপিত হৈছিল ছোভিয়েত ইউনিয়নৰ শান্তিৰ আঁচনিৰ ওপৰত আৰু নেৰানেপেৰাকৈ লাগি থকা আজিৰ দিনৰ

ৰাজনৈতিক সমস্যাৰ সমাধান আলোচনাৰ যোগেদি সফল কৰাৰ বাবে চলোৱা প্ৰচেষ্টাৰ প্ৰতি থকা আস্থাৰ ভিত্তিত।

ৰেকিয়াভিকত হোৱা সভা আছিল এক বৃহৎ অন্তৰ্জাতিক ঘটনা; কাৰণ যুদ্ধৰ আয়োজন বন্ধ কৰা আৰু যুদ্ধৰ ভয় পৃথিৱীৰ পৰা নাইকিয়া কৰাৰ সংগ্ৰামৰ এক প্ৰয়োজনীয় পদক্ষেপ। ৰেকিয়াভিক সভাত ছোভিয়েত ইউনিয়নৰ স্থিতি মুকলি আৰু সৎ আছিল। দুয়ো পক্ষৰ বন্ধু ৰাষ্ট্ৰ আৰু সমগ্ৰ ৰাষ্ট্ৰৰ স্বাৰ্থ ৰক্ষা কৰি সমতা আৰু সমান নিৰাপত্তাৰ পদ্ধতিৰ ওপৰত ই প্ৰতিষ্ঠিত; উক্ত সভাই আণবিক যুদ্ধৰ যুগৰ প্ৰকৃত দাবীসমূহ নতুন বাতাবৰণ আৰু চিন্তাধাৰাৰে প্ৰকাশ কৰিছিল।

দুখৰ বিষয়, ৰেকিয়াভিকত কোনোধৰণৰ চুক্তি সম্পাদন কৰিব পৰা নহল। ইয়াৰ একমাত্ৰ কাৰণ হৈছে ৰেগন প্ৰশাসনৰ এ. বি. এম প্ৰতিৰক্ষা চুক্তিক সুদৃঢ় কৰি চুক্তিক কাৰ্যকৰী কৰাৰ প্ৰয়োজনীয় পৰিবেশ সৃষ্টি কৰিবলৈ অমান্তিহোৱা কাৰ্য আৰু তেওঁবিলাকৰ 'ষ্টাৰ ৱাৰ' আঁচনি উন্নত কৰি মহাকাশত ইয়াৰ অস্ত্ৰ নিক্ষেপ কৰাৰ পৰা বিৰত নথকা কাৰ্য।

ৰেকিয়াভিকত হোৱা সাংবাদিক সন্মিলন আৰু ইয়াৰ পিচত দিয়া বক্তৃতাত মিখাইল গৰ্বাচেভে নিৰস্ত্ৰীকৰণৰ বাবে সংগ্ৰাম চলাই যোৱা, বহিৰ্বিশ্বৰ অসামৰিকীকৰণ আৰু প্ৰকৃত আন্তৰ্ৰাষ্ট্ৰীয় নিৰাপত্তা পদ্ধতি গ্ৰহণ কৰাৰ বিষয়ে বহলাই ব্যাখ্যা কৰিছিল।

# ২। ৰাষ্ট্ৰ আৰু ব্যক্তি

## নাগৰিকৰ সম অধিকাৰ

"অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ সকলো ক্ষেত্ৰতে ছোভিয়েত ইউনিয়নৰ নাগৰিকক সম অধিকাৰৰ" গ্যাৰাণ্টি দিয়া হৈছে (ধাৰা ৩৪)

ছোভিয়েত ৰাষ্ট্ৰ গঠনৰ এক প্ৰধান নীতি হৈছে সকলো নাগৰিকৰ সমতা আৰু সম অধিকাৰ আৰু দায়িত্ব। ছোভিয়েত ইউনিয়নৰ সংবিধানে ঠিৰ কৰি দিছে যে ব্যক্তিৰ সামাজিক বা সম্পত্তিৰ অৱস্থা, গোষ্ঠী বা জাতি, লিঙ্গ, শিক্ষা, ভাষা, ধৰ্মৰ প্ৰতি ভাব, কৰ্মক্ষেত্ৰৰ ধৰণ, আবাস স্থান বা অন্য কোনো কাৰণেই হওক, সকলো নাগৰিক আইনৰ আগত সমান।

ছোভিয়েত ইউনিয়নত এক উচ্চ ধৰণৰ সামাজিক সমতা লাভ কৰা হৈছে। মানুহে মানুহক শোষণ কৰা কাম নিৰ্মূল কৰা হৈছে, আৰু সমাজৰ সকলো সভ্য উৎপাদনৰ সম্পৰ্কৰ বিষয়ত সমান। সকলো নাগৰিকৰে কাম কৰা, জিৰণি আৰু আৰাম, বাসস্থান, চিকিৎসাৰ সহায়, শিক্ষা আৰু বৃদ্ধাৱস্থাৰ যত্ন পাবৰ সমান অধিকাৰ আছে।

একে সময়তে, সমাজৰ বিভিন্ন শ্ৰেণী, মানসিক আৰু শাৰিৰীক কাম কৰা লোক, বিভিন্ন গোষ্ঠীৰ মাজত পাৰ্থক্য বৰ্তমান। বসবাসৰ অৱস্থা, প্ৰয়োজনীয় সেৱা আৰু আৰু সাংস্কৃতিক সুবিধাৰ ক্ষেত্ৰত এতিয়াও এটা অঞ্চলৰ লগত অন্য অঞ্চলৰ পাৰ্থক্য আছে। উক্ত পাৰ্থক্য সমূহ দূৰ কৰিবলৈ ছোভিয়েত ৰাষ্ট্ৰই ইয়াৰ সামাজিক নীতি-সমূহ তৈয়াৰী কৰিছে।

ইউৰোপীয় ছোভিয়েত ইউনিয়নৰ মধ্যভাগৰ গাঁৱৰ সমাজৰ সামাজিক আৰু অৰ্থনৈতিক উন্নতি খৰতকীয়া কৰিবৰ বাবে ব্যৱস্থা হাতত লোৱা হৈছে। ইয়াৰ ফলত গাঁৱৰপৰা চহৰলৈ প্ৰব্ৰজন কমি আহিছে।

স্বাভাৱিকতে, মানুহৰ বিভিন্ন ক্ষমতা আৰু বুদ্ধিমত্তা থাকে, কিন্তু প্ৰত্যেক ব্যক্তিৰ বিশেষ কিছুমান কাম কৰিব পৰা ক্ষমতা আছে। সমাজৰ সদস্যসকলক বিভিন্ন শ্ৰেণীত যেনে "নিৰ্বাচিত" আৰু "অন্যান্য" বা "উচ্চধৰণৰ" আৰু 'সাধাৰণ" ভাগ কৰি

নৱধাটো সমাজৰেই কৰ্তব্য, কিন্তু ইয়াৰ কৰ্তব্য হৈছে স্বাধীন আৰু প্ৰয়োজনীয় বিকাশ সাধন কৰি যাতে ব্যক্তিয়ে নিজৰ বুদ্ধিমত্তা প্ৰকাশ কৰি কামত খটুৱাব পাৰে। সমাজ গঠনত প্ৰত্যেক ব্যক্তিৰ নিজৰ স্থান থকা প্ৰয়োজন, য'ত তেওঁ বেছি ধৰণৰ কামত লাগি নিজৰ কাৰ্যত সন্তুষ্ট হ'ব পাৰে।

মাৰ্ক্সবাদ-লেনিনবাদৰ বিৰোধী সকলে চছিয়েলিজমৰ ব্যক্তিৰ নিজস্ব স্বাৰ্থৰ প্ৰতি চকু নিদিয়া বুলি অভিযোগ কৰে, তেওঁবিলাকৰ মতে মাৰ্ক্সিষ্ট সকলে ব্যক্তি এক সামাজিক বস্তু বুলি গণ্য কৰে, যাক ইচ্ছামতে নিয়ন্ত্ৰণ কৰিব পাৰি। কিন্তু প্ৰকৃতাৰ্থত, চছিয়েলিষ্ট বিপ্লৱ আৰু কমিউনিষ্ট গঠনৰ উদ্দেশ্য হৈছে ব্যক্তিৰ স্বাৰ্থ-বিকাশ কৰি তেওঁৰ প্ৰয়োজন পূৰ্ণ কৰা "প্ৰত্যেক কাৰ্য মানুহৰ কাৰণে, সকলো মানুহৰ কল্যাণৰ কাৰণে"—ছোভিয়েত ৰাষ্ট্ৰৰ এইটোৱেই হৈছে অন্তৰ্নিহিত নীতি।

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সংবিধানৰ দুশ বছৰৰ ইতিহাসত কোনো বিশেষজ্ঞই তৎক্ষণাত ক'ব নোৱাৰিব যে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ আইনসভাই 'কমানবাৰ শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গক জীৱন, স্বাধীনতা আৰু সুখৰ বিচাৰৰ কাৰণে সমঅধিকাৰ প্ৰদান ক'ৰিছে।

কিন্তু আজিও আমেৰিকাৰ প্ৰায় ২৭ নিযুত কৃষ্ণাঙ্গই সামাজিক আৰু বৰ্ণ বৈষম্যৰ বোজা বহন কৰিছে। অংগৰ 'নাচনাকৈয়ে তেওঁলোকৰ গড় আয় শ্বেতাঙ্গ আমেৰিকানৰ আধা। আমেৰিকাৰ কৃষ্ণাঙ্গ লোকক একেবাৰে শেষত কামৰ সুবিধা দিয়া হয় আৰু প্ৰথমেই বৰ্খাস্ত কৰা হয়। কৃষ্ণাঙ্গ শ্ৰমিকৰ শতকৰা বিশ ভাগ নিবনুৱা, কৃষ্ণাঙ্গ যুৱকৰ ভিতৰত শতকৰা ৪৮ ভাগ নিবনুৱা। বৰ্ণ বৈষম্য সপক্ষে হিংসা কাৰ্য আমেৰিকাত সঘনাই খোলাখুলি ভাৱে প্ৰকাশ কৰা হয়। ফ্ৰেংকলিন ডেলান' ৰুজভেল্টৰ দিনৰপৰা প্ৰত্যেক আমেৰিকাৰ প্ৰেচিডেণ্ট কৃষ্ণাঙ্গ আমেৰিকানৰ সপক্ষে আইন তৈয়াৰ কৰি আহিছে যদিও উক্ত আইনসমূহ মাত্ৰ কাকততেই আবদ্ধ।

সংখ্যালঘু জাতিৰ কথা বাদেই, মাৰ্কিন যুক্তৰাষ্ট্ৰই শ্বেতাংগ নাগৰিকৰ বাবেও জীৱনধাৰণ, মুক্তি আৰু শান্তিৰ পথৰ সম অধিকাৰ প্ৰদান কৰিব পৰা নাই। ১৯৬০ চনত আমেৰিকাই দাৰিদ্ৰৰ বিৰুদ্ধে "যুদ্ধ" ঘোষণা কৰিলে। কিন্তু দাৰিদ্ৰ কম হোৱাতকৈ দৰিদ্ৰ আমেৰিকানৰ সংখ্যা ৩৪ নিযুতটকৈ অধিকলৈ বৃদ্ধি পালে। "বিল অব ৰাইটচ"ৰ* নীতি উলঙ্ঘা কৰি ১০ নিযুতটকৈ অধিক আমেৰিকাৰ নাগৰিকক মানৱজাতিৰ আটাইতকৈ প্ৰয়োজনীয় আৰু প্ৰকৃত অধিকাৰ—যিটো হৈছে কাম কৰাৰ অধিকাৰ—দিয়াৰপৰা বিৰত আছে। তাৰ ইউনিয়ন বিলাকে অনুমান কৰিছে যে

* "বিল অব ৰাইটচ"—১৭৮৯ চনত ঘোষণা কৰা গণতান্ত্ৰিক মুক্তিৰ বাবে আমেৰিকান সংবিধানে গ্ৰহণ কৰা প্ৰথম দহটা সংশোধন।

নিবনুৱাৰ সংখ্যা প্ৰায় ২০ নিযুত হ'ব—ই চৰকাৰী সংখ্যাতকৈ উল্লেখনীয় ভাবে বহুত বেচি।

ছোভিয়েত সংবিধানৰ ৩৫ ধাৰা অনুযায়ী ছোভিয়েত ইউনিয়নৰ মহিলা আৰু পুৰুষৰ সমান অধিকাৰ আছে।

সকলো প্ৰজাতন্ত্ৰতে মহিলা সংখ্যাগৰিষ্ঠ আৰু সমগ্ৰ দেশতো মহিলা বেচি, মহিলা মুঠ জনসংখ্যাৰ শতকৰা ৫৩.১ শতাংশ। অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰকে ধৰি দেশৰ প্ৰগতিত তেওঁবিলাকৰ বৰঙণি বহুত বেচি; দেশৰ শ্ৰম শক্তিৰ অৰ্ধেকতকৈ বেচি মহিলা (শতকৰা ৫১ ভাগ)। কিছু বিভাগত শতকৰা হিচাবে ইয়াতকৈও বেচি, বাণিজ্য আৰু ৰাজহুৱা খাদ্যাগাৰত মহিলাৰ সংখ্যা ৮৩ শতাংশ; চিকিৎসা সেৱা, শাৰিৰীক শিক্ষা আৰু সামাজিক বীমাত ৮০ শতাংশ; ৰাজহুৱা শিক্ষাত ৭৫ শতাংশ আৰু সাংস্কৃতিক ক্ষেত্ৰত ৭৪ শতাংশ।

ৰাষ্ট্ৰীয় অৰ্থনীতিৰ হকে কাম কৰা মহিলাৰ অৰ্ধেকতকৈ বেচি মানসিক কামত নিযুক্ত। উচ্চ বা বিশেষ মাধ্যমিক শিক্ষাপ্ৰাপ্ত নাগৰিকৰ ৫৯ শতাংশ মহিলা। মহিলা আৰু পুৰুষৰ সমান চাকৰি আৰু উন্নতিৰ সুবিধাৰ লগে লগে সমান বেতন দিয়াৰ ব্যৱস্থা আছে।

ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েত, যিটো দেশৰ সৰ্বোচ্চ আইন সভা—ইয়াৰ ৪৯২ গৰাকী সদস্যা হৈছে মহিলা, ইউনিয়ন প্ৰজাতন্ত্ৰৰ সৰ্বোচ্চ ছোভিয়েতত কাম কৰা মহিলাৰ সংখ্যা হৈছে ১৪১৫ গৰাকী আৰু স্থানীয় ছোভিয়েতৰ এক নিযুতটকৈ বেচি মহিলা, অৰ্থাৎ স্থানীয় চৰকাৰৰ সকলো ডেপুটীৰ ৫০.৩ শতাংশ।

মাত্ৰ ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত হোৱা বিষয়টো বিবেচনা কৰি ছোভিয়েত সমাজত মহিলাৰ স্থান বিচাৰ কৰাটো ভুল হ'ব। অনন্ত কাল ধৰি মহিলাক মাতৃত্বৰ নিচিনা এক দায়িত্বপূৰ্ণ আৰু মহৎ কামৰ অধিকাৰ দিয়া হৈছে। ছোভিয়েত ৰাষ্ট্ৰই মাতৃ আৰু শিশুৰ অবিৰাম যত্নৰ বাবে সুযোগ দিছে, যাতে সকলো মহিলাই চাকৰি কৰিব পাৰে বা ৰাখিব পাৰে আৰু ৰাজহুৱা অনুষ্ঠানত ভাগলৈ একেসময়তে মাতৃত্বৰ দায়িত্বও পালন কৰিব পাৰে। ১৯৮৬-১৯৯০ চনৰ কালছোৱাৰ ভিতৰত মহিলা-সকলৰ কাৰণে চুটি কাম কৰাৰ সময় বা চুটি কাম কৰাৰ সপ্তাহ পালন কৰিবলৈ আঁচনি লোৱা হৈছে, আৰু ঘৰত কৰিব পৰা কিছু কাম দিয়াৰ আঁচনি লোৱা হৈছে। বেতনসহ প্ৰসূতী ছুটীৰ দিন বঢ়োৱাৰ ব্যৱস্থা কৰা হৈছে; যাৰ দ্বাৰা মাতৃসকল ঘৰত থাকিব পাৰে আৰু শিশুৰ ১৮ মাহ পূৰ হোৱালৈকে মাহেকীয়া বৃত্তি পাব পাৰে। অসুস্থ শিশুৰ শুশ্ৰূষাৰ কাৰণে বেতনসহ ছুটী বঢ়োৱাৰ ব্যৱস্থাও কৰা হৈছে। অন্য এক ব্যৱস্থা হৈছে, অহা কেই বছৰ মানত দিনত শিশুক যত্ন লোৱা কেন্দ্ৰৰ সংখ্যা বঢ়োৱা।

# নাগৰিকৰ প্ৰাথমিক অধিকাৰ আৰু স্বাধীনতা

"ছোভিয়েত ইউনিয়নৰ সংবিধান আৰু ছোভিয়েত আইনৰ দ্বাৰা ঘোষিত আৰু ৰক্ষিত সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু ব্যক্তিগত অধিকাৰ আৰু স্বাধীনতা ছোভিয়েত ইউনিয়নৰ প্ৰত্যেক নাগৰিকে ভোগ কৰে।" (ধাৰা ৩৯)

ছোভিয়েত নাগৰিকৰ অধিকাৰ আৰু স্বাধীনতা কেৱল ঘোষণাই নহয়, ইবিলাক ছোভিয়েত সংবিধান আৰু আইনৰ দ্বাৰা সুৰক্ষিত। লেনিনে এবাৰ মন্তব্য কৰিছিল যে "শ্ৰমিক আৰু শোষিত জনসাধাৰণলৈ সংস্কৃতি, সভ্যতা আৰু গণতন্ত্ৰৰ ফল প্ৰদান কৰিব পৰা কাগতেই ছোভিয়েত ক্ষমতাই ইয়াৰ প্ৰয়োজনীয় কাম দেখুৱা পাইছে। যি কাম ভৱিষ্যতলৈ চলি থাকিব লাগিব।"* ৰাষ্ট্ৰ আৰু ব্যক্তিৰ পৃথকীকৰণ যিটো বুৰ্জোৱা পদ্ধতিত দেখা যায়, সেইটো কেৱল চছিয়েলিষ্ট সমাজতহে দেখা নাযায়।

ছোভিয়েত নাগৰিকৰ অধিকাৰ আৰু স্বাধীনতা সামাজিক অৰ্থনৈতিক, ৰাজনৈতিক আৰু ব্যক্তিগত—এই শ্ৰেণীত ভাগ কৰিব পাৰি।

ছোভিয়েত নাগৰিকৰ সামাজিক—অৰ্থনৈতিক অধিকাৰৰ ভিতৰত আছে—কাম কৰাৰ অধিকাৰ, ইয়াৰ অৰ্থ হৈছে—এজনৰ কামৰ মান আৰু গুণ অনুযায়ী সুৰক্ষিত চাকৰি আৰু বেতন, জিৰণি আৰু আৰাম কৰাৰ অধিকাৰ; এইটো সম্ভৱ হৈছে শ্ৰমিকৰ আৰু অন্যান্য চাকৰিয়ালৰ কাম কৰা সপ্তাহ ৪১ ঘণ্টাৰ বেচি নহয়; ইয়াৰ ভিতৰত আছে বেতনসহ বাৰ্ষিক ছুটী, সাংস্কৃতিক, বিনোদন আৰু স্বাস্থ্য যত্নৰ সুবিধা; স্বাস্থ্য ৰক্ষাৰ অধিকাৰ—যিটো সম্ভৱ হৈছে বিনামূলীয়াকৈ চিকিৎসা সেৱা, উদ্যোগিক নিৰাপত্তা স্বাস্থ্যবিধিৰ উন্নতি, উঠি অহা পুৰুষৰ স্বাস্থ্যৰ বাবে বিশেষ সেৱা, ইয়াৰ ভিতৰত আছে শিশুৰ শ্ৰমৰ ওপৰত বাধা—স্কুলৰ কাৰ্যক্ৰম অনুযায়ী পালন কৰিব লগা কাৰ্য ইয়াৰ বাহিৰত, বৃদ্ধ বয়সত পেন্সনৰ অধিকাৰ, অসুস্থ অৱস্থা আৰু সম্পূৰ্ণ-ভাৱে বা আংশিক বিকলাঙ্গ বা পৰিয়াল আৰ্জন কৰোতাৰ মৃত্যুত সাহায্য পাবৰ অধিকাৰ—ইবিলাক চৰকাৰী সামাজিক বীমা আঁচনিৰ অন্তৰ্গত, সাময়িক অক্ষমতা এলাৱেন্স, চৰকাৰী অনুদান যুক্ত অৱসৰ বা সম্পূৰ্ণ অক্ষমতাৰ পেন্সন আৰু অন্যান্য ধৰণৰ সামাজিক সুৰক্ষা।

* ভি আই লেনিন, কালেক্টেড ৱৰ্কচ, ভলিউম ২৯, পৃষ্ঠা—১১০।

চছিয়েলিজম ব্যৱস্থাৰ ভিতৰত ব্যক্তিৰ বাসস্থানৰ অধিকাৰ, শিক্ষা, সাংস্কৃতিক আমোদ উপভোগৰ অধিকাৰ আৰু ব্যক্তিগত সম্পত্তি গোটোৱা আৰু উত্তৰাধিকাৰী সূত্রে পোৱাৰ অধিকাৰ আছে।

১৯৭৭ চনৰ ছোভিয়েত সংবিধানে সমাজতান্ত্রিক নির্মাণৰ সময়ত নাগৰিকৰ সামাজিক-অর্থনৈতিক আৰু ৰাজনৈতিক অধিকাৰকে সুদৃঢ় কৰা নাই, ই ১৯৩৬ চনৰ সংবিধানে প্রদান কৰা পাৰ্থিব সম্পত্তিৰ সুৰক্ষাৰ কথা পুনৰ দোহাৰিছে আৰু উক্ত অধিকাৰ সমূহ বেছি গাঢ় কৰিছে। উদাহৰণ স্বৰূপে, ১৯৭৭ চনৰ সংবিধানে বাসস্থানৰ অধিকাৰ প্রদান কৰিলে। যদিও উক্ত ব্যৱস্থা কাৰ্যকৰী কৰিবলৈ চেষ্টা চলোৱা হৈছিল। ১৯৩৬ চনৰ সংবিধানত ইয়াক লিখা হোৱা নাছিল।

সাংবিধানিক অধিকাৰৰ সুৰক্ষাৰ ভিতৰত বাসস্থানৰ অধিকাৰ চছিয়েলিজমৰ অন্যতম প্রধান গাভ। এইটো কল্পনা কৰা সম্ভৱনে যে এক পুঁজিবাদী ৰাষ্ট্র, যদিও সম্পদশালী, যি বাসস্থানৰ অধিকাৰ প্রদান কৰিব পাৰে? স্বাভাৱিকতে কোনো পুঁজিবাদী ৰাষ্ট্রই এনে অধিকাৰ প্রদান কৰিব নোৱাৰে। পুঁজিবাদী ৰাষ্ট্রত নিযুত নিযুত গৃহহীন লোক আছে। উদাহৰণ স্বৰূপে, মাৰ্কিন যুক্তৰাষ্ট্রত চাৰি নিযুতত্তকৈ অধিক লোক গৃহহীন বা কৰ্মসংস্থানৰ বিচাৰত গৃহত্যাগী।

ছোভিয়েত ইউনিয়নত সমগ্ৰ ৰাষ্ট্রজুৰি বাসস্থানৰ সমস্যা সমাধানৰ চেষ্টা কৰি লোৱা হৈছে। ইয়াত বছৰি প্রায় ৬ই নিযুত বাসস্থান তৈয়াৰী কৰা হয়। ৫৫০ নিযুত বৰ্গমিটাৰ মজিয়াৰ ক্ষেত্র ১৯৮১-১৯৮৫ চনৰ সময় ছোৱাৰ ভিতৰত ভাড়াতীয়াক দিয়া হৈছে আৰু ৫০ নিযুতত্তকৈ বেছি মানুহ নতুন ঘৰলৈ আহিছে। ৰাষ্ট্রৰ বাসস্থান যোৱা বিশবছৰত দুগুণ হ'ল, আৰু জনসাধাৰণৰ শতকৰা আশী ভাগে আধুনিক, পৃথক ঘৰত বাস কৰে। ১৯২৮ চনৰপৰা ভাৰা একেই আছে, যিটো পৰিয়ালৰ আয়ৰ শতকৰা তিনি ভাগ, কিন্তু মাৰ্কিন যুক্তৰাষ্ট্রত ই গড়ে শতকৰা চল্লিশ ভাগ।

যিয়েই নহওক, ছোভিয়েত ইউনিয়নত বাসস্থানৰ সমস্যা প্রকৃত। "দেশৰ বাসস্থানৰ সমস্যা সমাধানৰ ধৰংকীয়া ব্যৱস্থা লোৱাৰ নীতিৰ" বাবে ১৯৮৬ চনৰ এপ্রিল মাহত ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীয়ে এক সিদ্ধান্ত গ্রহণ কৰিলে, ইয়াত জোৰ দিয়া হ'ল যে কেন্দ্ৰীয় কমিটীৰ ২৭তম কংগ্রেছত লোৱা ২০০০ চনৰ ভিতৰত প্রত্যেক পৰিয়ালৰ কাৰণে পৃথক ঘৰৰ ব্যৱস্থাৰ সিদ্ধান্ত পূৰণ কৰি এক ৰাজনৈতিক আৰু সামাজিক প্রয়োজনীয়তা পূৰ কৰা। উক্ত সিদ্ধান্ত পূৰণ হ'ব চৰকাৰী পুঁজিৰ দ্বাৰা নিৰ্মিত বাসস্থান আৰু ব্যক্তিগত বাসস্থান আৰু পুৰ্ণনির্মাণ, মেৰামতি, বৰ্তমান থকা ঘৰবিলাকৰ সুৰক্ষা আৰু নতুনকৈ তৈয়াৰী কৰা ঘৰৰ সঠিক বিতৰণ।

সম্পত্তি আৰু সামুবিধাৰ প্রতি লক্ষ্য ৰখা হ'ব, চহৰ আৰু গাৱঁৰ সমষ্টিৰ প্রতিও

চকু দিয়া হ'ব, য'ত উদ্যোগ অঞ্চল, বাসভূমি, বাজহুৱা, সাংস্কৃতিক আৰু শিক্ষা অনুষ্ঠান, দোকান বজাৰ, সেৱা প্ৰতিষ্ঠান, খেলাধূলাৰ সুবিধা আৰু ৰাজহুৱা পৰিবহনৰ সুবিধাৰে এক মিশ্ৰিত ব্যৱস্থা থাকিব। এনে সমষ্টি সমূহৰ বাসভূমি আৰু কাম কৰা অৱস্থা আৰু আমোদ প্ৰমোদৰ ব্যৱস্থাৰ উন্নতি কৰা হ'ব।

ছোভিয়েত ৰাষ্ট্ৰ আৰু চছিয়েলিষ্ট সমাজৰ স্বাৰ্থতে ইয়াৰ জনসাধাৰণ উচ্চ শিক্ষা আৰু ভালদৰে নিজৰ বৃত্তিত প্ৰশিক্ষণপ্ৰাপ্ত হ'ব লাগে। ছোভিয়েত সংবিধানৰ ৪৫ নং ধাৰা এনে ধৰণৰ—

"ছোভিয়েত ইউনিয়নৰ জনসাধাৰণৰ শিক্ষা গ্ৰহণৰ অধিকাৰ আছে।

উক্ত অধিকাৰ ভোগ কৰিবলৈ সক্ষম হৈছে, কাৰণ সকলো ধৰণৰ শিক্ষা বিনামূলীয়াকৈ প্ৰদান কৰে দেশজুৰি থকা বাধ্যতামূলক মাধ্যমিক শিক্ষা অনুষ্ঠানসমূহে, আৰু বুনিয়াদী শিক্ষাৰ বহুল প্ৰচাৰ, বিশেষ মাধ্যমিক আৰু উচ্চ শিক্ষানুষ্ঠান সমূহে— য'ত কাৰ্য্যকৰী আৰু উৎপাদনলৈ লক্ষ্য ৰাখি শিক্ষা দিয়া হয়, বিশ্ববিদ্যালয়ৰ বাহিৰৰ ওপৰঞ্চি শিক্ষা, পত্ৰশিক্ষা আৰু সন্ধ্যা সময়ত দিয়া শিক্ষাৰ বিকাশ, ৰাষ্ট্ৰই প্ৰদান কৰা বৃত্তি, গ্ৰাণ্ট আৰু ছাত্ৰলৈ অন্যান্য সুবিধা; বিনামূলীয়াকৈ পাঠ্যপুঁথিৰ যোগান, নিজৰ ভাষাত শিক্ষাদান কৰা স্কুলত পঢ়াৰ সুবিধা, আৰু নিজে নিজে শিকিব পৰা ব্যৱস্থা।

১৯৩৬ চনৰ সংবিধানতকৈ ১৯৭৭ চনৰ মৌলিক আইনৰ পাৰ্থক্য এই খিনিতে যে ইয়াত শিক্ষাৰ অধিকাৰ সাধাৰণ ভাৱে উল্লেখ কৰাই নহয়, ইয়াত সমগ্ৰ দেশজুৰি বাধ্যতামূলক শিক্ষাৰ সুবিধাৰ কথা উল্লেখ কৰা আছে। কোনো পুঁজিবাদী ৰাষ্ট্ৰত শিক্ষাৰ কাৰণে আইনত এনেধৰণৰ উল্লেখ কৰা হোৱা নাই।

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ২৫ নিযুত বয়স্ক লোকে কৌট নামক ঔষধৰ টেমাত থকা সাৱধান-বাণী, শিক্ষকৰ টোকা বা খবৰ কাগজ পঢ়িব নাজানে। অন্য ৩৫ নিযুত লোকে যদিও পঢ়িব পাৰে, ই আধুনিক যুগৰ উপযোগী নহয়। উক্ত ৬০ নিযুত লোক হৈছে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ মুঠ জনসাধাৰণৰ এক তৃতীয়াংশ।

বেছিভাগ ছোভিয়েত নাগৰিকে সাধাৰণ শিক্ষা আৰু কাৰিকৰী শিক্ষা যিটো শ্ৰমিক শিক্ষাৰ লগত জড়িত—দুয়োটা প্ৰদান কৰা অনুষ্ঠানত শিক্ষা লাভ কৰে।

সাধাৰণ শিক্ষা ব্যৱস্থাৰ অন্যতম প্ৰধান অংশ হৈছে কাম কৰা যুৱকসকলৰ কাৰণে দিয়া বিশ্ববিদ্যালয়ৰ বাহিৰৰ ওপৰঞ্চি শিক্ষা, চিঠিপত্ৰৰ মাধ্যমত শিক্ষা আৰু ৰাতিৰ স্কুল। ছোভিয়েত আইনসভাই পঢ়া শুনা আৰু একেসময়তে চাকৰি কৰাসকলৰ কাৰণে বিশেষ সুবিধাৰ ব্যৱস্থা কৰে।

ৰাষ্ট্ৰীয় অৰ্থনীতিৰ বাবে বিশেষজ্ঞ লোকৰ কাৰণে কাৰিকৰী স্কুল সমূহে এক বিশেষ

ভূমিকা গ্ৰহণ কৰিছে। সিবিলাকে ছাত্ৰৰ কাৰণে মাধ্যমিক শিক্ষা দানৰো ব্যৱস্থা কৰে। মাত্ৰ ১৯৮১-১৯৮৫ চনৰ কালছোৱাৰ ভিতৰতে কাৰিকৰী স্কুলবিলাকে ১৩ নিযুত কাৰিকৰী লোকক শিক্ষা দান কৰিছে।

ছোভিয়েত ৰাষ্ট্ৰই ৰাজহুৱা শিক্ষাৰ কাৰণে বছৰি ১৭,০০০ নিযুত ৰুবল খৰচ কৰে। ১৮ নিযুততকৈ অধিক ছাত্ৰ পঢ়িব পৰাকৈ ১৯৭ -১৯৮৪ চনৰ কালছোৱাৰ ভিতৰত নতুন স্কুল খোলা হৈছিল; ইয়াৰ অৰ্ধেক ভাগেই গ্ৰামাঞ্চলত।

ছোভিয়েত ইউনিয়নে ইয়াৰ সাধাৰণ আৰু কাৰিকৰী শিক্ষাব্যৱস্থাৰ সংস্কাৰ কৰিবলৈ লৈছে; ইয়াৰ উদ্দেশ্য হৈছে নতুন পুৰুষৰ কাৰণে শিক্ষাৰ মানদণ্ড উন্নত কৰা।

ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীয়ে সমগ্ৰদেশ জুৰি আলোচনাৰ কাৰণে "উচ্চ আৰু বিশেষ মাধ্যমিক শিক্ষাৰ পুনৰ গঠনৰ নীতিনিৰ্দেশ"ৰ খচৰা প্ৰচাৰ কৰিছিল। আলোচনাৰ কালছোৱাত ২০০,০০০তকৈ অধিক টিপ্পনী আৰু প্ৰস্তাৱ পোৱা গৈছিল, যাৰ উদ্দেশ্য আছিল বিশেষজ্ঞৰমান উন্নত কৰা আৰু সিবিলাকৰ প্ৰকৃত ব্যৱহাৰ কৰা। নতুন বৈজ্ঞানিক, কাৰিকৰী আৰু সাংস্কৃতিক সাফল্যৰ প্ৰতি লক্ষ্য ৰাখি উক্ত খচৰাই নতুন পাঠ্যক্ৰম নিয়মিত ভাবে গ্ৰহণ কৰিবলৈ প্ৰস্তাৱ আগবঢ়াইছে; ব্যক্তিগতভাৱে শিক্ষা দিয়াৰ প্ৰচেষ্টাকে লৈ ছাত্ৰক যি গুণগত শিক্ষা দিয়া হয় তাক উন্নত কৰা শিক্ষা প্ৰদান ব্যৱস্থা বেছি তীক্ষ্ণ কৰি যাতে কম্পিউটাৰৰ ব্যৱহাৰ বহুল হয়; যুৱক সকলৰ গঠনমূলক ভাবধাৰাৰ বিকাশ সাধন, স্কুল আৰু বিশ্ববিদ্যালয়সমূহক সঁজুলি যোগান ধৰা, আৰু উচ্চতম আৰু বিশেষ মাধ্যমিক শিক্ষা পৰিচালন ব্যৱস্থাৰ গঠন। উক্ত প্ৰস্তাৱিত পুনৰ গঠন ৰাষ্ট্ৰজুৰি কৰিব লগা সংস্কাৰৰ অন্যতম।

ছোভিয়েত সংবিধানে জনসাধাৰণক বিষদভাৱে ৰাজনৈতিক অধিকাৰ প্ৰদান কৰিছে; ৰাষ্ট্ৰ আৰু ৰাজহুৱা কাৰ্যত যোগদান কৰাৰ অধিকাৰ; ৰাষ্ট্ৰীয় আৰু ৰাজহুৱা অনুষ্ঠানৰ কাৰ্যক্ৰমৰ উন্নতিৰ বাবে প্ৰস্তাৱ দিয়াৰ অধিকাৰ আৰু সিবিলাকৰ দোষ-ত্ৰুটী সমালোচনাৰ অধিকাৰ; ৰাজহুৱা অনুষ্ঠানত যোগদানৰ অধিকাৰ; ভোট দিয়া আৰু জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েত আৰু অন্যান্য নিৰ্বাচিত সংগঠনলৈ নিৰ্বাচিত হোৱাৰ অধিকাৰ।

ছোভিয়েত ইউনিয়নৰ ভোট দিয়া প্ৰণালী পৰীক্ষা কৰা হওক। সকলো নিৰ্বাচন সমগ্ৰ অঞ্চলজুৰি, সমান আৰু প্ৰত্যক্ষ গোপন বেলটৰ দ্বাৰা সম্পন্ন কৰা হয়।

ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতৰ ১১তম প্ৰতিনিধিমণ্ডলৰ ভিতৰত আছে ৫২৭ জন ঔদ্যোগিক কৰ্মী (ইয়াৰ সমূহ সদস্যৰ ৩৫·২ শতাংশ) আৰু ২৪২ জন যৌথ পামৰ কৃষক (১৬·১ শতাংশ) বাকী ৪৮·৭ শতাংশ হৈছে শিক্ষক, ডাক্তৰ, গৱেষক, বৈজ্ঞানিক, কলাকুশলী, পাৰ্টিৰ কৰ্মী, ৰাজহুৱা অনুষ্ঠানৰ প্ৰতিনিধি।

তুলনাৰ কাৰণে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ১৯৮৫-১৯৮৬ চনত নিৰ্বাচিত হোৱা ৯৯তম কংগ্ৰেছৰ কথাই বিচাৰ কৰা যাওক। ইয়াত এজনো ঔদ্যোগিক-কৰ্মী বা কৃষক নাই, যদিও ইয়াৰ সদস্যৰ ভিতৰত ১৩৩ জন শিল্পপতি আৰু বেহাৰ আৰু ১৯ জন ধনী কৃষক আছে। ১৯৮৪ চনৰ মে' মাহত প্ৰকাশিত এক দলিল মতে আমেৰিকাৰ বিধায়কৰ বেচিভাগ অতি ধনী সম্প্ৰদায়ৰ, যাৰ সম্পত্তি ১০০,০০০ ডলাৰৰপৰা এক নিযুত ডলাৰৰ ভিতৰত। আমেৰিকান কংগ্ৰেছমেনসকলৰ অৰ্ধেকতকৈ বেচিৰ সম্পত্তি আধা নিযুততকৈ বেচি, ই তেওঁবিলাকক ধনী আমেৰিকানৰ শাৰীত পেলায় যিবিলাক আমেৰিকাৰ জনসংখ্যাৰ মাত্ৰ ০.৬ শতাংশ।

পশ্চিমীয়া প্ৰচাৰক সকলৰ মতে বুৰ্জোৱা পাৰ্লিয়ামেণ্টৰ গণতান্ত্ৰিক ৰূপ সৰ্বাত্মক ভোটদানৰ ফল। ইয়াত এইটো কেতিয়াও উল্লেখ কৰা হোৱা নাই যে অবাস্তৱভাৱে ঠিক কৰা বয়সৰ সীমা, আৰু সম্পত্তিৰ অৰ্হতা আৰু শিক্ষাগত অৰ্হতা আদি, যিবিলাকৰ দ্বাৰা শ্ৰমিকৰ ভোট দিব পৰা ক্ষমতা সীমিত হয়, সিবিলাক অলপতে নাইকিয়া কৰা হৈছে বা শিথিল কৰা হৈছে—সেয়াও ৰাজহুৱা হৈচাৰ ওপৰত। তথাপিও বুৰ্জোৱা চৰকাৰী সংগঠনে তেওঁবিলাকে পচন্দ নকৰা সামাজিক গোটক ভোটদান অধিকাৰ প্ৰদান কৰাৰপৰা বিৰত কৰিবলৈ চেষ্টা চলাই আহিছে, ইবিলাক কৰা হৈছে সমষ্টি বিলাকৰ সংগঠন এনে ধৰণে কৰা হয় যাতে কিছুমান সামাজিক গোটৰ প্ৰতিনিধিত্ব বেচি হয়, বিভিন্ন স্তৰীয় নিৰ্বাচন ব্যৱস্থা, ভোটাৰক ভেঁটী দি, চুৰি কৰি ইত্যাদি।

পশ্চিমীয়া দেশৰ নিৰ্বাচন হৈছে ধনী শ্ৰেণীৰ মাজত ৰাজনৈতিক ক্ষমতা লাভৰ প্ৰতিদ্বন্দিতা। ৰ'নাল্ড ৰেগনৰ প্ৰথম ৰাষ্ট্ৰপতি নিৰ্বাচনৰ প্ৰচাৰত খৰচ হৈছিল ৬২ নিযুত ডলাৰ। ইয়াৰ অন্তৰালত মাৰ্কিন যুক্তৰাষ্ট্ৰত জন্মলাভ কৰা যেই কোনো নাগৰিকে ৰাষ্ট্ৰপতি হিচাবে নিৰ্বাচিত হ'ব পৰা কথাটো অতিৰঞ্জিত যেন লাগে। পশ্চিমৰ প্ৰচাৰক সকলে সাংবিধানিক অধিকাৰ আৰু তথাকথিত গণতান্ত্ৰিক অনুষ্ঠান সমূহৰ কথা প্ৰচাৰ কৰে, কিন্তু কংগ্ৰেছ বা ৰাষ্ট্ৰপতি নিৰ্বাচনে দেশৰ সমগ্ৰ জাতিৰ মন্তব্য প্ৰতিফলিত নকৰে। নিয়মমতে, ৰাজহুৱা অনুষ্ঠানলৈ নিৰ্বাচিত হোৱা প্ৰাৰ্থীক ভোট দিব পৰা জনসংখ্যাৰ অতি কম সংখ্যাই নিৰ্বাচিত কৰে। নিযুত নিযুত লোকে নিৰ্বাচন অৱজ্ঞা কৰে, কাৰণ তেওঁবিলাকে প্ৰাৰ্থীসকলক নিজৰ প্ৰকৃত প্ৰতিনিধি বুলি গণ্য নকৰে। আমেৰিকাৰ দুটা প্ৰধান ৰাজনৈতিক দলে সৰ্বপ্ৰথমে শাসক শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতি চকু দিয়ে। ১৯৮০ চনৰ ৰাষ্ট্ৰপতি নিৰ্বাচনত ভোট দিব পৰা লোকৰ মাত্ৰ ৫২.৩ শতাংশই অংশ গ্ৰহণ কৰিছিল।

কাজাখস্তানত বাস কৰা জাৰ্মান বংশোদ্ভৱ মহিলা ট্ৰেক্টৰ ড্ৰাইভাৰ নাতালিয়া

গেলাটে ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ ২৭তম কংগ্ৰেছলৈ প্ৰতিনিধি হিচাবে আহি এনে ধৰণে কৈছিল—"ছোভিয়েত ইউনিয়নত মানৱাধিকাৰ ভঙ্গ আৰু দমন-নীতিৰ বিষয়ে পশ্চিমত বহুতো কথা শুনা যায়। আমাৰ জীৱনৰ প্ৰকৃতাৱস্থাই উক্ত গল্পসমূহ মিথ্যা প্ৰমাণিত কৰে।" নাভালিয়াৰ নিজৰ জীৱনেই বহলভাৱে ৰাজনৈতিক অধিকাৰ আৰু ছোভিয়েত নাগৰিকে ভোগ কৰা স্বাধীনতাৰ কথা দেখুৱাই দিয়ে। তেওঁ এতিয়া সৰ্বোচ্চ ছোভিয়েতৰ প্ৰতিনিধি হিচাবে দ্বিতীয়বাৰ কাৰ্যকাল লাভ কৰিছে। ২৭তম কংগ্ৰেছত তেওঁ ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ সদস্য প্ৰাৰ্থী হিচাবে নিৰ্বাচিত হৈছে। কাজাখস্তানত বহুতো জাতিৰ লোকৰ বসবাস—তেওঁবিলাক সকলোৱেই একেলগে থাকি কাম কৰে আৰু সমান ৰাজনৈতিক অধিকাৰ আৰু স্বাধীনতা উপভোগ কৰে—ইয়াৰ ভিতৰত আছে—ঔদ্যোগিক কৰ্মী, যৌথ পামৰ কৃষক, বুদ্ধিজীৱী আৰু চাকৰিয়াল আদি।

এই প্ৰশ্ন উঠিব পাৰে যে, স্বক্ৰপাৰ্থত, শ্ৰমজীৱীৰে লোকসকলে ৰাষ্ট্ৰ পৰিচালনা আৰু ৰাজহুৱা কাজকৰ্মত কেনেদৰে যোগদান কৰে। উক্ত প্ৰশ্নৰ এক সমান উত্তৰ নাই, কাৰণ নাগৰিকে অংশ গ্ৰহণ কৰিব পৰা বহুতো পথ আছে, যেনে বিধানসভা বা প্ৰশাসনীয় কেন্দ্ৰত বক্তৃতা দিয়াৰপৰা আৰম্ভ কৰি ৰাষ্ট্ৰীয় আইনক কাৰ্যকৰী কৰা পৰ্য্যন্ত। যেতিয়াই কোনোবাই ৰাজহুৱা আৰু ৰাজনৈতিক বিষয়ত বিশেষ অভিহুণা যোগায়, যেনে বিভিন্ন কাউন্সিল, কমিটি, কমিচন আদিত কাম কৰে, যাৰ কাম হৈছে ৰাজহুৱা অনুষ্ঠানৰ কাৰ্যপালন কৰা বা সভাত বা বেলীত বক্তৃতা দিয়া ইত্যাদি—এই সকলোবোৰ শেষত গৈ ৰাষ্ট্ৰৰ আৰু সমাজৰ কাৰ্যত এক বিৰাট বৰঙণি হিচাপে ধৰিব পাৰি। কিন্তু সকলোতকৈ বৃহৎ যোগদান যিটোত জনসাধাৰণৰ বেছি ভাগেই যোগ দিয়ে, ই হৈছে উৎপাদনৰ ক্ষেত্ৰত, বিতৰণ ব্যৱস্থা আৰু কাৰ্য আৰু ইয়াৰ খৰচৰ হিচাবত কৰা জনসাধাৰণৰ যোগদান।

ছোভিয়েত ইউনিয়নৰ সংবিধানে ইয়াৰ নাগৰিকক বিশাল ৰাজনৈতিক স্বাধীনতা প্ৰদান কৰিছে—বাক স্বাধীনতা, বাতৰি কাকতৰ স্বাধীনতা আৰু মিটিং, সমাগম, ৰাস্তাৰ প্ৰচেচন আৰু বিক্ষোভ প্ৰদৰ্শনৰ স্বাধীনতা। ইয়াৰ উপৰিও ৫২ নং ধাৰা মতে: "ছোভিয়েত ইউনিয়নৰ নাগৰিকক বিবেকৰ স্বাধীনতাৰ অধিকাৰ দিয়া হৈছে, যাৰ অৰ্থ, কোনো ধৰ্ম বিশ্বাস কৰা বা বিশ্বাস নকৰাৰ অধিকাৰ আৰু ধৰ্মীয় উপাসনা বা বিনাধৰ্মৰ প্ৰচাৰ আদিৰ স্বাধীনতা। ধৰ্ম-বিদ্বেষ বা ধৰ্মৰ প্ৰতি হিংসা কাৰ্য নিষিদ্ধ কৰা হৈছে।

বাক স্বাধীনতা হৈছে, ৰাজহুৱা, ৰাজনৈতিক আৰু চৰকাৰৰ কাৰ্যক্ৰমৰ বিষয়ে মুকলিকৈ মন্তব্য প্ৰকাশ কৰা, ঘটনা বা দলিলৰ বিষয়ে টিপ্পনী দিয়া, চৰকাৰী সংস্থা বা

ৰাজহুৱা অনুষ্ঠানৰ দোষগুণৰ সমালোচনা কৰা, সিবিলাকৰ উন্নতিৰ বাবে প্ৰস্তাৱ আগবঢ়োৱা, ছোভিয়েতৰ নিৰ্বাচনৰ বাবে ঠিয় হোৱা প্ৰাৰ্থীৰ বিষয়ে আলোচনা কৰা ইত্যাদি। যুদ্ধৰ প্ৰচাৰ, হিংসা জাতিগত বা গোষ্ঠীগত বৈষম্য, ধৰ্মক উপলুঙা কৰা আদিৰ প্ৰচাৰ নিষিদ্ধ।

১৯৭৭ চনৰ ছোভিয়েত সংবিধান প্ৰকৃততে সমগ্ৰ জাতিয়ে লিখা বুলি ক'ব পাৰি। ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতে উক্ত দলিলৰ খচৰা তৈয়াৰীৰ কাৰণে এক কমিচন গঠন কৰিছিল, কমিচনে বৃহৎ সংখ্যক পণ্ডিত, বিশেষজ্ঞ, চৰকাৰী বিষয়া আৰু ৰাজহুৱা অনুষ্ঠানৰ সাহায্য লাভ কৰিছিল। খচৰাটো সমগ্ৰ ৰাষ্ট্ৰজুৰি আলোচনাৰ বাবে প্ৰকাশ কৰা হৈছিল। ১৪০ নিযুততকৈ বেচি ছোভিয়েত নাগৰিকে অৰ্থাৎ মুঠ বয়স্ক জনসংখ্যাৰ পাঁচ ভাগৰ চাৰি ভাগে ইয়াৰ উন্নতিৰ কাৰণে প্ৰায় ৪০০,০০০ প্ৰস্তাৱ আগবঢ়াইছিল। এই বিলাক পৰীক্ষা কৰাৰ পিচত ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতে ১৭৩ টাৰ ভিতৰত ১১৮টা ধাৰা সলনি কৰিছিল আৰু এক নতুন ধাৰা যোগ দিছিল।

ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ আঁচনিৰ নতুন সংস্কৰণ আলোচনাৰ সময়ত উদ্যোগিক কৰ্মী, যৌথ পামৰ কৃষক, বৈজ্ঞানিক, শিক্ষক, ইঞ্জিনীয়াৰ, ডাক্তৰ, চাকৰিয়াল, বয়স্ক নাগৰিক, যুৱক, কমিউনিষ্ট, অ-কমিউনিষ্ট সকলোৱে মিলি ছয় নিযুততকৈ বেচি টিপ্পনী আগবঢ়াইছিল। তেওঁ বিলাকৰ মতে, পাৰ্টি আঁচনিৰ নতুন সংস্কৰণ ছোভিয়েত জনসাধাৰণৰ দৰকাৰী স্বাৰ্থৰ লগত খাপ খোৱা তেওঁ বিলাকে বহুত প্ৰস্তাৱ, সংযোজন আৰু বিশেষ মন্তব্য আগবঢ়াইছিল। ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ নীতি প্ৰায় ডেৰ নিযুত লোকে আলোচনা কৰিছিল। "১৯৮৬-১৯৯০ চনৰ কালছোৱাত আৰু ২০০০ চনত শেষ হ'ব লগা সময়ছোৱাত ছোভিয়েত ইউনিয়নৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ নীতি"ৰ আলোচনাত নিযুত নিযুত লোকে অংশ গ্ৰহণ কৰিছিল। আঁচনি শেষ কৰা সময়ত তেওঁ বিলাকৰ প্ৰস্তাৱ হিচাবত ধৰা হৈছিল আৰু ৰাষ্ট্ৰীয় আৰু ৰাজহুৱা অনুষ্ঠানসমূহে আঁচনি কাৰ্যকৰী কৰা সময়ত তেওঁবিলাকৰ প্ৰস্তাৱ বিবেচনা কৰা হৈছে।

ছোভিয়েত ইউনিয়নত ৰাজনৈতিক অধিকাৰ আৰু স্বাধীনতা প্ৰদানৰ প্ৰাথমিক উদ্দেশ্য হৈছে, ৰাষ্ট্ৰ আৰু সমাজৰ পৰিচালনাত কৰ্মীসকলৰ প্ৰত্যক্ষ সংযোগিতা কৰা। "লেনিনে দেখুৱাই দিছিল যে—"ৰাজনৈতিক মুক্তি হৈছে, জনসাধাৰণে ৰাজহুৱা আৰু ৰাষ্ট্ৰীয় কাৰ্যকলাপত অংশ গ্ৰহণ কৰাৰ স্বাধীনতা।"*

জৰুৰী কথা হৈছে, ছোভিয়েত নাগৰিকৰ অধিকাৰ আৰু স্বাধীনতা উপভোগ কৰাটো তেওঁ বিলাকৰ সংবিধানৰ প্ৰতি থকা দায়িত্বৰ পৰা আঁতৰাব নোৱাৰি।

* ভি. আই. লেনিন, কালেক্টেড ৱৰ্কচ ভলিউম ৬, পৃষ্ঠা ৩৯৯

# ছোভিয়েত নাগৰিকৰ কৰ্তব্য

"ছোভিয়েত নাগৰিকে তেওঁবিলাকৰ অধিকাৰ আৰু স্বাধীনতা উপভোগ কৰাটো তেওঁবিলাকৰ সংবিধানৰ প্ৰতি থকা দায়িত্বৰ পৰা অভিন্ন।" (ধাৰা—৫৯)

সমাজৰ স্বাৰ্থৰ বিবেচনা কৰি অধিকাৰ আৰু দায়িত্ব, মুক্তি আৰু বিবেচনাৰ লগতে সমূহীয়া আৰু ব্যক্তিগত ভাবে সকলোৱে অখণ্ডতা ৰক্ষাৰ ,ওপৰত ভিত্তি কৰি চছিয়েলিষ্ট গণতন্ত্ৰ স্থাপন কৰা হৈছে। সমসাময়িক কৰ্তব্যৰ লগত সংযোগ ৰাখি প্ৰদান কৰা অধিকাৰ আৰু স্বাধীনতাই হৈছে চছিয়েলিষ্ট গণতন্ত্ৰৰ প্ৰধান ভিত্তি, যি ছোভিয়েত সমাজত নাগৰিকৰ শ্ৰেণী নিৰ্ণয় কৰে। ছোভিয়েত ইউনিয়নৰ মৌলিক আইনত উল্লেখ কৰা অধিকাৰ আৰু কৰ্তব্যৰ মিলনৰ অৰ্থ হৈছে নাগৰিকে তেওঁ বিলাকৰ দায়িত্ব আৰু অধিকাৰ জনা উচিত আৰু সেই অনুযায়ী ৰাষ্ট্ৰৰ প্ৰতি থকা কৰ্তব্য সুচাৰুৰূপে পালন কৰা উচিত। ইয়েই হৈছে জন প্ৰশ্ন চৰকাৰৰ মূল উদ্দেশ্য।

ছোভিয়েত ইউনিয়নৰ নাগৰিকে ৰাষ্ট্ৰৰ সংবিধান আৰু আইনসমূহ পালন কৰা উচিত আৰু ৰাষ্ট্ৰৰ সম্পত্তি ৰক্ষা কৰা উচিত, সাৱধানতাৰে কাম কৰি, শান্তি শৃংখলা বজাই ৰাখি চছিয়েলিষ্ট মাতৃভূমি ৰক্ষাৰ বাবে প্ৰস্তুত থাকিব লাগিব। ছোভিয়েত জনসাধাৰণে ভালদৰে জানে যে তেওঁবিলাকৰ অধিকাৰ আৰু স্বাধীনতা সুৰক্ষা নিৰ্ভৰ কৰিছে মাতৃভূমিৰ শক্তি আৰু উন্নতিৰ ওপৰত।

কোনো কৰ্তব্য নোহোৱাকৈ অধিকাৰ থাকিব নোৱাৰে, আৰু কোনো অধিকাৰ নোহোৱাকৈ কৰ্তব্য হ'ব নোৱাৰে—ই ছোভিয়েত নাগৰিকৰ জীৱনৰ এক প্ৰয়োজনীয় নীতি।

প্ৰত্যেক নাগৰিকৰ নিজৰ কৰ্তব্যৰ প্ৰতি দায়িত্বপূৰ্ণ লক্ষ্য আৰু ৰাষ্ট্ৰৰ স্বাৰ্থৰ উন্নতিৰ কাৰণে কৰা প্ৰচেষ্টা হৈছে চছিয়েলিষ্ট গণতন্ত্ৰ উপলব্ধি কৰাৰ প্ৰধান ভিত্তি। ৰাজনৈতিক বিশৃংখলতাৰ লগত গণতন্ত্ৰ নিমিলে আৰু ই ছোভিয়েত জীৱনধাৰা আৰু আইনৰ বিৰোধী। ছোভিয়েত সংবিধানে স্থিৰ কৰি দিছে যে, নাগৰিকে তেওঁবিলাকৰ প্ৰভূত অধিকাৰ আৰু স্বাধীনতা দেশৰ সামাজিক ব্যৱস্থাৰ বিৰুদ্ধে প্ৰয়োগ কৰিব নালাগে আৰু কাৰো অধিকাৰ প্ৰয়োগ কৰোতে এইটো লক্ষ্য ৰখা উচিত যে ই কোনো ধৰণে ৰাষ্ট্ৰ বা কোনো ব্যক্তিৰ বিৰুদ্ধে নাযায় বা অন্য নাগৰিকৰ অধিকাৰ থৰ্ব নহয়।

এজন ভাল নাগৰিকে তেওঁৰ দায়িত্ব ভালদৰে বুজি পায় আৰু যিমান ধৰণে পাৰে তেনেদৰে দায়িত্ব সম্পূৰ্ণৰূপে পালন কৰে। এইটো প্ৰযোজ্য হয়, বিশেষকৈ, কাৰখানা পৰিচালনা কৰোতে, তেওঁ কাম কৰা পায় বা অফিচত আৰু তেওঁৰ যৌথ কৰ্মস্থান সমূহত। জনসাধাৰণে দোষত্ৰুটী দেখি তাৰ সমালোচনা কৰাটো উচিত, কিন্তু ই গণতন্ত্ৰৰ মাত্ৰ এটা দিশ। চছিয়েলিষ্ট গণতন্ত্ৰৰ অন্য এটা দিশ হৈছে, উক্ত দোষসমূহ নিৰ্মূল কৰিবলৈ বিশেষ প্ৰস্তাৱ আগবঢ়োৱা আৰু উক্ত প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰোৱাৰ ব্যৱস্থা লোৱা—ইবিলাক কৰিব পাৰি কঠোৰ পৰিশ্ৰম কৰি আৰু অন্যৰ সহযোগিতাত।

ছোভিয়েত সংবিধানে ইয়াৰ জনসাধাৰণক প্ৰভূত অধিকাৰ আৰু স্বাধীনতা প্ৰদান কৰিছে, কিন্তু একেসময়তে জোৰ দিয়া হৈছে যে সমাজৰ স্বাৰ্থৰ প্ৰতি অগ্ৰাধিকাৰ দিব লাগিব আৰু উক্ত স্বাৰ্থ ৰক্ষাৰ কাৰণে ই হৈছে আদৰ্শ নাগৰিকৰ প্ৰধান কৰ্তব্য।

শক্তিশালী আইনসভা, সৎ উদ্দেশ্যৰ অনুষ্ঠান আৰু নিয়মানুবৰ্তিতা নাথাকিলে জনপ্ৰিয় চৰকাৰ গঠন হোৱা অসম্ভৱ। ৰাজনৈতিক আৰু মতাদৰ্শগত বিষয়ত জ্ঞান থকা সকলোৱেই জানে যে শ্ৰমিকৰ নিয়মানুবৰ্তিতা ভঙ্গ হ'লে উৎপাদনৰ ক্ষতি হয় আৰু উৎপাদনৰ পৰিমাণ কমি যায়। আৰু ই, বহুত দিনৰ পিচত, সমাজৰ বিকল্পে প্ৰতিফলিত হয়। সেয়ে সমাজৰ সকলো শ্ৰেণীৰ বা বিভাগৰ নাগৰিকৰ সংগঠিত হোৱাটো কৰ্তব্য, আৰু সুচাৰুৰূপে কাম কৰি দেশৰ সম্পদ, কেঁচা মাল আৰু কামৰ সময়ৰ প্ৰকৃত ব্যৱহাৰ কৰা উচিত।

ছোভিয়েত কমিউনিষ্ট পাৰ্টি আৰু ৰাষ্ট্ৰ শ্ৰম আৰু ৰাষ্ট্ৰীয় নিয়মানুবৰ্তিতা বঢ়াই দায়িত্বজ্ঞানহীনতা আৰু অনিয়মানুবৰ্তিতা, চছিয়েলিষ্ট সমাজৰ ধাৰণাৰ বিপৰীতে যোৱা প্ৰদৰ্শন সমূহ বন্ধ কৰিবলৈ ব্যৱস্থা গ্ৰহণ কৰিছে। এনে ব্যৱস্থাৰ ফলত লুকাই থকা সম্ভাৱনাসমূহ বিচাৰি উলিয়াবলৈ সম্ভৱ হৈছে আৰু প্ৰত্যেক নাগৰিকক সমাজৰ স্বাৰ্থৰ বিষয়ে বুজাই নিজৰ দায়িত্ব অবগত কৰিব পৰা হৈছে।

চছিয়েলিষ্ট আইনসমূহ ছোভিয়েত ইউনিয়নৰ ৰাজনৈতিক ব্যৱস্থাৰ এক প্ৰধান নীতি; কাৰণ চছিয়েলিষ্ট গণতন্ত্ৰ আইনসিদ্ধ নহ'লে ই কৃতকাৰ্য হোৱাটো অসম্ভৱ। প্ৰথম আৰু প্ৰধানতঃ ইয়াৰ বাবে প্ৰয়োজন ছোভিয়েত সংবিধানৰ ধাৰা সমূহ আৰু ইয়াৰ আইন আৰু আইনসভাৰ অন্যান্য আইনসমূহৰ কঠোৰ পালন।

ছোভিয়েত জনসাধাৰণৰ বিচাৰ মতে তেওঁবিলাকে বিনাপৰিশ্ৰমৰ আয় গ্ৰহণ নকৰে, পদমৰ্যাদাৰ মিথ্যা ব্যৱহাৰ নকৰে, বা এনেহুৱা, বিনানুমতিত অনুপস্থিত হোৱা আৰু বেয়া বস্তু তৈয়াৰী কৰা কৰ্মীক ক্ষমা নকৰে।

সমাজতন্ত্ৰত স্থান নথকা বিকৃত ভাবধাৰাৰ বিনাশ্ৰমৰ আয়ৰ পথ বন্ধ কৰিবলৈ ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীয়ে "বিনাশ্ৰম আয়ৰ পথ বন্ধ কৰা ব্যৱস্থা" শক্তিশালী কৰিবলৈ আইন প্ৰণয়ন প্ৰস্তাৱ গ্ৰহণ কৰিছে। সমাজৰ ক্ষতি কৰি জীৱন নিৰ্বাহ কৰা সকলক বাধা দিবলৈ উক্ত আইন প্ৰণয়ন কৰা হ'ব।

১৯৮৬ চনৰ জুনত হোৱা ইয়াৰ পূৰ্ণাঙ্গ সভাত ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীয়ে বিনাশ্ৰম আয়, বিভিন্ন ধৰণৰ জালিয়াতি, লাভখোৰ আৰু অন্যান্য বিকৃত ভাবধাৰাৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লবলৈ জোৰ দিছে। উক্ত ব্যৱস্থা কাৰ্যকৰী হোৱাৰ ফলত জীৱনধাৰণৰ মান উন্নত হ'ব।

বিকৃত ভাবধাৰাৰ বিৰুদ্ধে যুঁজিবলৈ ৰাষ্ট্ৰই আইন, জনসাধাৰণৰ মন্তব্য, যৌথ কৰ্মক্ষেত্ৰৰ কৰ্মী আধিপত্য আৰু ব্যক্তিৰ সমাজৰ প্ৰতি থকা দায়িত্বৰ ওপৰত নিৰ্ভৰ কৰে। কমিউনিষ্ট পাৰ্টিৰ ২৭তম কংগ্ৰেছত এইটোৰ ওপৰত জোৰ দিয়া হৈছে যে—"আমাৰ নাগৰিকৰ সকলোকে গঠনমূলক কামৰ কাৰণে উৎসাহ যোগাই আমাৰ আইন আৰু বিবেক বিৰোধী দোষত্ৰুটিসমূহকে ধৰি অন্যান্য অস্বাস্থ্যকৰ ভাবধাৰা নাইকিয়া কৰাটো অতি প্ৰয়োজনীয়। সামাজিক আইন গণতন্ত্ৰৰ প্ৰথম আৰু প্ৰধান অঙ্গ আৰু স্থায়ী আইন আমাৰ গণতন্ত্ৰৰ এৰাব নোৱাৰা অঙ্গ।"*

পৰিচালনাৰ ক্ষেত্ৰত অৰ্থনৈতিক ব্যৱস্থা প্ৰচলন কৰি আৰু কাৰ্য আৰু খৰচৰ নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰি আৰু সামাজিক ন্যায়ৰ নীতি পালন কৰি পাৰ্টিয়ে ছোভিয়েত আইনসমূহ কাৰ্যক্ষম কৰা ব্যৱস্থা লৈছে।

* কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীৰ ২৭তম কংগ্ৰেছৰ ৰাজনৈতিক প্ৰতিবেদন—মস্কো, ১৯৮৬ পৃষ্ঠা ৭৭।

## ৩। জনসাধাৰণৰ চৰকাৰ

# জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েত

"জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতে যৌথ, মুকলি, গঠনমূলক আলোচনা আৰু সিদ্ধান্ত গ্ৰহণৰ দ্বাৰা কাৰ্য পৰিচালনা কৰিব— তেওঁবিলাকৰ কাৰ্যবাহী প্ৰশাসন আৰু অন্যান্য অনুষ্ঠানৰ মাধ্যমে সিহঁতবিলাক আৰু জনসাধাৰণৰ মাজত নিয়মিত ভাৱে সংযোগ ৰক্ষা কৰিব আৰু নাগৰিকক বহুল ভাৱে তেওঁবিলাকৰ কাৰ্যত সাঙুৰ লুৱাব।" (ধাৰা—৯৪)

সমাজতান্ত্ৰিক গণতন্ত্ৰৰ মুখ্য লেনিনবাদী আদৰ্শ হৈছে সকলো ক্ষমতা জনসাধাৰণৰ হাতত। লেনিনে লিখিছিল যে "...প্ৰত্যেক নাগৰিকক এনে অৱস্থাত ৰাখিব লাগিব য তে তেওঁ ৰাষ্ট্ৰৰ আইনসমূহ আলোচনা কৰিব পাৰে, তেওঁৰ প্ৰতিনিধি পচন্দ কৰিব পাৰে আৰু ৰাষ্ট্ৰৰ আইন বলবৎ কৰিব পাৰে।"*

ছোভিয়েত ইউনিয়নত জনসাধাৰণৰ ক্ষমতাৰ পূৰ্ণতা প্ৰাপ্ত হৈছে জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতত। ইতিহাসে লেনিনৰ চিন্তাধাৰাকে সমৰ্থন কৰিলে যে, ছোভিয়েত বিলাকেই হৈছে সৰ্বোচ্চ আৰু সকলোতকৈ গণতান্ত্ৰিক অনুষ্ঠান আৰু জনপ্ৰিয় চৰকাৰৰ সৰ্বোচ্চ ৰূপ। সিহঁতবিলাকে নিযুত নিযুত শ্ৰমজীৱী লোকৰ দ্বাৰা ৰাষ্ট্ৰ পৰিচালনাত সক্ৰিয় অংশ লোৱাত সহায় কৰে।

ছোভিয়েত ইউনিয়নৰ ১৯৭৭ চনৰ সংবিধানে ছোভিয়েতবিলাকৰ গঠন আৰু কাৰ্য কৰাৰ ধৰণ গণতান্ত্ৰিক নীতিৰ ওপৰত স্থাপন কৰাৰ ব্যৱস্থা উন্নত কৰিলে।

১৯১৭ চনত ৰাছিয়াত হোৱা চছিয়েলিষ্ট বিপ্লৱৰ পৰা ছোভিয়েতবিলাকৰ নাম এই বাৰ সলনি কৰা হৈছে কাৰণ সিহঁতবিলাকৰ উদ্দেশ্য আৰু কাৰ্য সলনি আৰু উন্নত হৈছে। বিপ্লৱৰ ঠিক পিচতে শ্ৰমিক, সৈন্য আৰু কৃষক ডেপুটীৰ ছোভিয়েত আছিল, প্ৰকৃততে কিন্তু বিপ্লৱৰ সময়ত শ্ৰমিক শ্ৰেণীক অনুসৰণ কৰা সমাজৰ বিভিন্ন স্তৰৰ লোকৰ দ্বাৰা গঠিত চৰকাৰৰ তেওঁবিলাক প্ৰতিনিধি আছিল। ৰাছিয়াত সমাজতন্ত্ৰই দৃঢ়ভাৱে খোপনি লোৱাৰ পিচত সেই চৰকাৰসমূহ কৰ্মৰত লোকৰ ডেপুটীৰ ছোভিয়েতলৈ

* ভি, আই লেনিন, কালেকটেড ৱৰ্কচ, ভলিউম ২৭, পৃষ্ঠা—১১২

সম্পন্ন হ'ল। এই নামটো বৰ্তমান অগ্ৰগতি লাভ কৰা সমাজতন্ত্ৰৰ লগত খাপ খোৱা, য'ত ছোভিয়েতবিলাক হৈছে সমগ্ৰ ৰাষ্ট্ৰৰ জনসাধাৰণৰ অংশ, যিটোৰ সামাজিক ভিত্তি হৈছে সমগ্ৰ ৰাষ্ট্ৰ।

ছোভিয়েতবিলাক আৰু সমগ্ৰ ৰাষ্ট্ৰৰ অনুষ্ঠানসমূহৰ প্ৰধান সম্পত্তি হৈছে জনসাধাৰণৰ একতা। জনসাধাৰণৰ জৰুৰী স্বাৰ্থৰ লগত জড়িত প্ৰত্যেক বৃহৎ সমস্যা সমগ্ৰ ৰাষ্ট্ৰৰ সহযোগত সমাধান কৰা হয়। ৰাষ্ট্ৰৰ ভৱিষ্যত আৰু সমাজৰ উন্নতিৰ বিষয়ে লোৱা সকলো সিদ্ধান্তত শ্ৰমিক শ্ৰেণীয়ে অংশ গ্ৰহণ কৰে; ছোভিয়েত সমাজতান্ত্ৰিক পদ্ধতিৰ সুবিধাসমূহ একমাত্ৰ তেওঁবিলাকৰ সহযোগত ৰাষ্ট্ৰৰ অনুষ্ঠান সমূহ অতি বেছি ধৰণে আদায় কৰিব পাৰে।

জনসংখ্যাৰ সকলো স্তৰৰ লোকৰ বহুল ভাবৰ সহযোগতহে প্ৰথম আৰু প্ৰধানকৈ সমাজতন্ত্ৰৰ সমাজতান্ত্ৰিক পদ্ধতিৰ আৰু উন্নতি কৰিব পাৰি। বিশেষকৈ, বৰ্তমান অৱস্থাত সমাজতান্ত্ৰিক সমাজত চৰকাৰৰ পৰিচালনা সুবিধাপ্ৰাপ্ত কিছুমান বিষয়াৰ ঠেক গণ্ডীৰ মাজত ৰাখিব নোৱাৰি। বিধিমতে আৰু আমাৰ দীৰ্ঘদিনৰ অভিজ্ঞতাৰ পৰা জানিব পাৰিছো যে, জনসাধাৰণে নিজেই যেতিয়া ৰাষ্ট্ৰৰ পৰিচালনা হাতত লয় আৰু ৰাজনীতিত যেতিয়া বহুতো লোকে অংশ গ্ৰহণ কৰে, তেতিয়া সমাজতান্ত্ৰিক পদ্ধতি কৃতকাৰ্য হয়।

জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতেই ছোভিয়েত ইউনিয়নৰ ৰাজনৈতিক ভিত্তি গঠন কৰিছে, আৰু তেওঁবিলাক জনসাধাৰণৰ চৰিয়েলিষ্ট নিজস্ব চৰকাৰৰ লগত সংযোগকাৰী। ছোভিয়েতবিলাক হৈছে প্ৰতিনিধিত্বমূলক সংস্থা, ইহঁতে চৰকাৰী, অচৰকাৰী কাৰ্যবোৰ ৰাষ্ট্ৰীয়, প্ৰজাতান্ত্ৰিক আৰু স্থানীয় স্তৰত পালন কৰে। স্থানীয় উদ্যোগৰ বিকাশৰ লগত কেন্দ্ৰীয় পৰিচালনা সংলগ্ন কৰা হৈছে।

সকলো শ্ৰেণী, সামাজিকস্তৰ আৰু সকলো জাতি গোষ্ঠীক সাঙুৰি জনসাধাৰণৰ দ্বাৰা ছোভিয়েতবিলাক গঠন কৰা হয়। বৰ্তমান ছোভিয়েতৰ সদস্য সংখ্যা হৈছে ২.৩ নিযুত আৰু প্ৰত্যেক নিৰ্বাচনৰ পিচত হোৱা অৰ্দ্ধেক সভ্য নতুন। ইউনিয়ন প্ৰজাতন্ত্ৰবিলাকৰ সৰ্বোচ্চ ছোভিয়েতৰ সদস্যৰ শতকৰা ৩৪ ভাগ উদ্যোগিক কৰ্মী, স্বায়ত্ব শাসিত প্ৰজাতন্ত্ৰৰ সৰ্বোচ্চ ছোভিয়েত ৩৮ শতাংশতকৈ বেছি আৰু স্থানীয় ছোভিয়েতত ৪১.৫ শতাংশ। স্বায়ত্বশাসিত প্ৰজাতন্ত্ৰৰ সৰ্বোচ্চ ছোভিয়েতৰ সদস্যৰ এক পঞ্চমাংশ আৰু স্থানীয় চৰকাৰৰ সদস্যৰ এক তৃতীয়াংশতকৈ বেছি সদস্যৰ বয়স ত্ৰিশ বছৰৰ তলত। আৰু এশতকৈ অধিক ছোভিয়েত জাতিৰ ছোভিয়েতত প্ৰতিনিধি আছে।

বৰ বেছি ধৰণে "গণতন্ত্ৰৰ" বিজ্ঞাপন দিয়া মাৰ্কিন যুক্তৰাষ্ট্ৰত শতকৰা ৯৫ জন

কংগ্রেছমেন খেতাংগ। আমেৰিকানবিলাকে নিজেই তেওঁবিলাকৰ কংগ্রেছক "ধনী মানুহৰ ক্লাব" বুলি বৰ্ণনা কৰে; কাৰণ তেওঁবিলাকে জানে এই কংগ্রেছ মেন-বিলাক কোন আৰু কাৰ স্বাৰ্থৰ হকে তেওঁবিলাকে চেষ্টা কৰে।

মাত্র সমাজতন্ত্রইহে প্ৰত্যেক নাগৰিকক চৰকাৰ পৰিচালনাত অংশ গ্ৰহণ কৰিবলৈ সুবিধা দিয়ে; অৰ্থাৎ ৰাষ্ট্ৰীয় অগ্ৰাধিকাৰ কাৰ্য্যসমূহত সক্ৰিয় আৰু প্ৰকৃত ৰৰঙণি যোগাব পাৰে।

দেশৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশত ছোভিয়েত বিলাকে খুব কামত লগা অস্ত্ৰ হিচাবে সেৱা কৰিছে। সিবিলাকে অৰ্থনৈতিক বিষয় আৰু জীৱন নিৰ্বাহ আৰু মানদণ্ডৰ বিষয়ে কাৰ্যভাৰ চলায়। তেওঁবিলাকৰ কামৰ ভিতৰত আছে, কাৰখানা আৰু পামৰ কাম চলাৰ ওপৰত চকু দিয়া যাতে ইয়াৰ উৎপাদন উচ্চমানৰ হয়, জনসাধাৰণে বাসস্থান, চিকিৎসাৰ সহায়, দৈনন্দিন সামগ্ৰী, শিক্ষা, সাংস্কৃতিক সুবিধা, পৰিবহন আৰু অন্যান্য সেৱা লাভ কৰিব পাৰে আৰু ঐতিহাসিক আৰু সাংস্কৃতিক স্মৃতিস্তম্ভ আদিৰ ভালদৰে ৰক্ষণা-বেক্ষণ হয় আৰু পৰিবেশ সুৰক্ষিত হৈ থাকে। ট্ৰেড-ইউনিয়ন, কমিউনিষ্ট যুব লীগ আৰু সকলো যৌথ পাম আদিৰ ঘনিষ্ঠ সহযোগিতাত ছোভিয়েত বিলাকে কঠোৰ পৰিশ্ৰমেৰে সমাজ জীৱনৰ সকলো উন্নত কৰাৰ চেষ্টা কৰে।

ছোভিয়েতবিলাক অন্যতম বৃহৎ কাৰ্য্য হৈছে অৰ্থনৈতিক আৰু সামাজিক উন্নয়ন আঁচনি বহলাই অনুমোদন কৰা আৰু তাতকৈ প্ৰয়োজনীয় হৈছে উক্ত আঁচনিসমূহ বিশেষ কোনো অঞ্চলত সঠিকভাবে কাৰ্যকৰী কৰা।

২৭তম পাৰ্টি কংগ্রেছৰ ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ প্ৰতিবেদনত ছোভিয়েতৰ জনসাধাৰণৰ ওপৰত থকা ক্ষমতাৰ উৎস ব্যৱহাৰ কৰি জনসাধাৰণক সংগঠিত কৰাৰ বাবে বিশেষ আঁচনি হাতত লৈছে। উক্ত প্ৰতিবেদন অনুযায়ী জোৰ দিয়া হৈছে যে ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েত, ইউনিয়ন আৰু স্বায়ত্ত শাসিত প্ৰজাতন্ত্ৰ-সমূহৰ সৰ্বোচ্চ ছোভিয়েত বিলাক আইন পালন কৰাৰ ক্ষেত্ৰত কৰ্মভিত্তিক আৰু বেচি সক্ৰিয় হোৱা উচিত আৰু যিবিলাক অনুষ্ঠানে সৰ্বোচ্চ ছোভিয়েতক জবাবদিহি কৰিব লাগে আৰু জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতৰ সকলো স্তৰতে উক্ত ব্যৱস্থা গ্ৰহণ কৰিব লাগে। দৈনন্দিন সামগ্ৰী, সেৱা, ছুটা বা বেচি উদ্যোগ থকা অনুষ্ঠান, বৃহৎ নিৰ্মাণ কাৰ্য, পৰিবেশৰ সুৰক্ষা, সামাজিক আৰু উদ্যোগিক সা-সুবিধাসমূহ আদিৰ কাজকৰ্ম বেচি ধৰণে উন্নত কৰি প্ৰজাতন্ত্ৰবিলাকৰ আৰু স্থানীয় চৰকাৰৰ সৰ্বোচ্চ ছোভিয়েতৰ কামৰ পৰিসৰ বঢ়াবলৈ আঁচনি হাতত লোৱা হৈছে। অন্য এটা কাৰ্য হৈছে, ছোভিয়েতৰ

সমষ্টিবোৰৰ খাদ্য, দৈনন্দিন সামগ্ৰী, বাসস্থান, সাংস্কৃতিক সুবিধাসমূহ, ৰাজহুৱা সুবিধা, আৰু সেৱাসমূহৰ প্ৰয়োজন পূৰণৰ দায়িত্ব ছোভিয়েতবিলাকক দিয়া হৈছে। স্থানীয় চৰকাৰৰ নিৰ্দেশ আৰু সহযোগিতাত এজেন্সী, কাৰখানা, আৰু অনুষ্ঠানবিলাকৰ উন্নতি সাধন কৰি সিবিলাকৰ অন্তৰ্গত ছোভিয়েতৰ গণতান্ত্ৰিক নীতি অধিক শক্তিশালী কৰি, ছোভিয়েতৰ কাৰ্যৰ প্ৰণালী উন্নত কৰিবলৈ আঁচনি হাতত লোৱা হৈছে।

সমাজৰ সৰ্বতকীয়া উন্নতিৰ সময়ত এইটো লক্ষণীয় যে প্ৰত্যক্ষ গণতান্ত্ৰিক নীতি আৰু বেছি সক্ৰিয়ভাবে মানি চলা উচিত। ইয়াত ছোভিয়েতৰ ভূমিকা বৃহৎ। যৌথ কৰ্মক্ষেত্ৰৰ সভা, নাগৰিকৰ সংসদ আদিত গ্ৰহণ কৰা সিদ্ধান্তসমূহ জনসাধাৰণৰ বৰ প্ৰয়োজনীয়তা এই সকলোবোৰ জনসাধাৰণৰ সক্ৰিয় সহযোগ বঢ়োৱাৰ বাবে আৱশ্যক আৰু অৰ্থনৈতিক আৰু সামাজিক উন্নতিৰ কাৰ্যক্ৰম হাতত লওঁতে তেওঁবিলাকৰ উৎসাহ প্ৰয়োজনীয়।

প্ৰশাসনত গণতান্ত্ৰিক নীতিসমূহ শক্তিশালী কৰাৰ লক্ষ্য সাধন কৰিবলৈ হ'লে ৰাষ্ট্ৰীয় অনুষ্ঠানসমূহৰ জনসাধাৰণ, ছোভিয়েত আৰু ৰাজহুৱা অনুষ্ঠান বিলাকৰ প্ৰতি থকা দায়িত্ব বঢ়োৱা আৱশ্যক।

# জনসাধাৰণৰ ডেপুটী

"ডেপুটীবিলাক হৈছে জনসাধাৰণে সম্পূৰ্ণ ক্ষমতা দি পঠোৱা জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতলৈ তেওঁবিলাকৰ প্ৰতিনিধি।"
(ধাৰা ১০৩)

চৰকাৰী অনুষ্ঠানবিলাকত ডেপুটীৰ কাম কৰা অধিকাৰ প্ৰদান কৰা হৈছে ভোটদাতা সকলৰ দ্বাৰা, যিবিলাকে চৰকাৰী অনুষ্ঠানত তেওঁবিলাকৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰে। ডেপুটীবিলাক সমগ্ৰ অকলজুৰি, সমান আৰু প্ৰত্যক্ষ গোপন ভোটৰ দ্বাৰা নিৰ্বাচিত, তেওঁবিলাকে জনসাধাৰণৰ পৰা প্ৰত্যক্ষভাবে ক্ষমতা আহৰণ কৰে আৰু সেয়ে তেওঁবিলাক সাহিত্যিক অৰ্থত জনসাধাৰণৰ ডেপুটী।

ছোভিয়েতৰ ভূমিকা বঢ়োৱাৰ কাৰণে, সকলো স্তৰৰ জনসাধাৰণৰ ডেপুটীৰ মানদণ্ড, সিবিলাকৰ ক্ষমতা আৰু অধিকাৰ, চৰকাৰী আৰু ৰাজহুৱা অনুষ্ঠানবিলাকৰ ডেপুটীৰ প্ৰতি থকা কৰ্তব্য আৰু অঙ্গীকাৰ স্থিৰ কৰিবলৈ আইন প্ৰণয়ন কৰা হৈছে।

ছোভিয়েত ইউনিয়নত পেচাদাৰী ৰাজনৈতিক নেতা নাই। ডেপুটীবিলাকে নিজৰ নিয়মিত কাম আৰু কৰ্তব্য ব্যাহত নকৰাকৈ তেওঁবিলাকৰ ক্ষমতা পালন কৰাটো দেশৰ প্ৰতিনিধিত্বৰ পদ্ধতিৰ এক বিৰাট সুবিধাজনক প্ৰথা। উক্ত পদ্ধতিয়ে ছোভিয়েতক দেশৰ প্ৰচলিত অৱস্থাৰ প্ৰকৃত মূল্যায়ন কৰাত সুবিধা দিয়ে আৰু জনসাধাৰণৰ প্ৰকৃত প্ৰয়োজন অনুযায়ী সঠিক সিদ্ধান্ত গ্ৰহণৰ সুবিধা দিয়ে। সময়ৰ গতিৰ লগে লগে উক্ত সিদ্ধান্ত সমূহৰ সঠিকতা বিচাৰ কৰাৰ আৰু কমিউনিষ্ট গঠনৰ সুবিধা লাভ কৰা যায়। গাম, কাৰখানা আৰু ভোটদাতা সকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰখাৰ ফলত ডেপুটীবিলাকে স্থানীয় আৰু ৰাষ্ট্ৰীয় উপকাৰিতাৰ কামবিলাক আগভাগলৈ পালন কৰিব পাৰে আৰু সঠিক সিদ্ধান্ত গ্ৰহণ কৰিব পাৰে, যিবিলাকে ৰাষ্ট্ৰীয় অৰ্থনৈতিত প্ৰভাৱ বিস্তাৰ কৰে।

তেওঁবিলাকে ছোভিয়েতৰ কাম কৰাৰ লগে লগে, ডেপুটীবিলাকে ৰাষ্ট্ৰীয়, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক উন্নয়নৰ বিষয়ত অংশগ্ৰহণ কৰে, ছোভিয়েতৰ সিদ্ধান্তসমূহৰ পালন আৰু চৰকাৰী অনুষ্ঠানসমূহৰ কাম কাজৰ ওপৰত চকু দিয়া কাৰ্যতঃ পালন কৰে। ডেপুটীবিলাকে তেওঁবিলাকৰ কামৰ নিৰ্দেশ ৰাষ্ট্ৰৰ স্বাৰ্থমতে পালন কৰে আৰু তেওঁবিলাকৰ সমষ্টিৰ দাবী আৰু ভোটাৰৰ অধিকাৰসমূহ ৰক্ষা কৰে।

ডেপুটীবিলাকে যাতে কোনো বাধা নোপোৱাকৈ তেওঁবিলাকৰ দায়িত্ব আৰু কৰ্তব্য পালন কৰিব পাৰে, তাৰ ব্যৱস্থা আছে। ডেপুটীবিলাকে তেওঁবিলাকৰ কামৰ বিষয়ে ছোভিয়েত, যৌথ কৰ্মক্ষেত্ৰ আৰু ৰাজহুৱা অনুষ্ঠান আদি যিবিলাকে তেওঁবিলাকক নিৰ্বাচিত কৰিছিল, সিবিলাকক জবাবদিহি কৰিব লাগে। সিবিলাক ডেপুটীয়ে তেওঁবিলাকৰ সমষ্টিৰ বিশ্বাস হেৰুৱাইছে, সিবিলাক যেই কোনো সময়ত ওভোতাই অনাৰ বাবে ভোটদাতা সকলৰ গৰিষ্ঠ সংখ্যকে সিদ্ধান্ত ল'ব পাৰে, ই সম্পূৰ্ণ আইন সিদ্ধ।

ভোটদাতা সকলে তেওঁবিলাকৰ ইচ্ছা আৰু প্ৰয়োজন মতে প্ৰকাশ কৰা সিদ্ধান্তই ডেপুটীৰ কাৰ্যক্ৰমৰ গতি নিৰ্ণয় কৰে। উক্ত সিদ্ধান্ত সকলো ধৰণৰ দাবী আৰু সমাজৰ বিশেষ শ্ৰেণীৰ দাবী আৰু সমূহীয়াকৈ সমাজৰ সকলো দিশ সাঙুৰি লয়। সেয়ে উক্ত সিদ্ধান্তসমূহ কাৰ্যকৰী কৰাটো ছোভিয়েত আৰু ইয়াৰ সদস্যসকলৰ অন্যতম প্ৰধান কাম। জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতে ভোটদাতাৰ সিদ্ধান্ত পৰীক্ষা কৰে, অৰ্থনৈতিক আৰু সামাজিক বিকাশ আৰু বাজেট তৈয়াৰীৰ আঁচনিৰ খচৰা তৈয়াৰী কৰোতে সিবিলাক বিবেচনা কৰে, সিদ্ধান্তসমূহ কাৰ্যকৰী কৰাত সহায় কৰে আৰু জনসাধাৰণক ইবিলাক কেনে ধৰণে কাৰ্যত খটুৱা হৈছে তাক বুজাই দিয়ে।

১৯৮৫ চনত নতুনকৈ নিৰ্বাচিত স্থানীয় চৰকাৰবিলাকে ৭৭০,০০০ অধিক অনুৰোধ পাইছিল; ইয়াৰে ৫৫·৩ শতাংশ গাঁৱৰ ছোভিয়েতলৈ উদ্দেশ্য কৰি লিখা হৈছিল। বছৰ শেষহোৱাৰ সময়ত ৩১৬,০০০টা অনুৰোধৰ সমস্যা সমাধান কৰা হৈছিল অৰ্থাৎ শতকৰা ৪১ ভাগ।

ডেপুটীবিলাকৰ অনুসন্ধান চৰকাৰী অনুষ্ঠান আৰু বিষয়াসকলৰ কাৰণে এক কামত লগা পৰিদৰ্শন হৈছিল। ডেপুটীৰ অনুসন্ধান হৈছে, কোনো অনুষ্ঠান বা বিষয়ালৈ উদ্দেশ্য কৰি দিয়া অনুৰোধ যে ছোভিয়েতৰ অধিবেশনে অনুসন্ধান কৰি থকা বিষয়টো কি অৱস্থাত আছে বা উক্ত অনুষ্ঠান বা বিষয়াৰ কাৰ্যৰ অন্তৰ্গত হয়নে নহয় সেইটো জনাব। অনুসন্ধানে এজন ডেপুটীক সক্ষম কৰি তোলে তেওঁৰ ছোভিয়েতৰ দৃষ্টি আকৰ্ষণ কৰি সমস্যাৰ গুৰুত্ব বুজোৱাত আৰু জনোৱাত যে ই সঁচাকৈয়ে জৰুৰী, ইয়াক পলম নকৰি সোনকালে সমাধান কৰিলে কিছুমান আসোঁৱাহ দূৰ হ'ব। ডেপুটীৰ অনুসন্ধানে ছোভিয়েতক ৰাষ্ট্ৰৰ কাৰ্যাৱলীৰ বিশেষ কিছুমান কামৰ কাৰ্যতিয়াল বাতৰি যোগানত সহায় কৰে আৰু যদি প্ৰয়োজন হয়, সমস্যাৰ সমাধান কৰি উক্ত অনুষ্ঠানসমূহ উন্নত কৰাৰ ব্যৱস্থা লয়।

ডেপুটীবিলাকে কোন অনুষ্ঠান, বিষয়া আৰু কেনে ধৰণৰ বিষয়ৰ অনুসন্ধান কৰিব পাৰে তাৰ বিশদভাৱে "জনসাধাৰণৰ ডেপুটীৰ আইনগত স্থিতি"ত ব্যাখ্যা কৰা আছে।

উক্ত আইনত উল্লেখ কৰা আছে যে ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েত আৰু ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েত আৰু স্বায়ত্বশাসিত প্ৰজাতন্ত্ৰৰ সৰ্বোচ্চ ছোভিয়েত ডেপুটীয়ে তেওঁবিলাকৰ অনুসন্ধানৰ বিষয়ে ছোভিয়েত ইউনিয়নৰ মন্ত্ৰীসভা, প্ৰজাতন্ত্ৰ সমূহৰ মন্ত্ৰীসভা আৰু ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতে নিযুক্তি দিয়া বা উক্ত ইউনিয়ন বা স্বায়ত্ব শাসিত প্ৰজাতন্ত্ৰই নিযুক্তি দিয়া মন্ত্ৰী আৰু বিষয়াসকলক সম্বোধন কৰিব পাৰে। স্বায়ত্বশাসিত অঞ্চল, জিলা, চহৰ, চহৰৰ জিলা, সমূহীয়া বাসস্থান আৰু গ্ৰামাঞ্চলৰ জনসাধাৰণৰ ডেপুটীৰ ছোভিয়েতৰ সদস্য সকলে তেওঁবিলাকৰ ছোভিয়েতৰ কাৰ্যকৰী কমিটী আৰু উক্ত কমিটীৰ অধীনত থকা বৰ্ড আৰু বিভাগৰ মুখ্য বিষয়াসকলক উদ্দেশ্য কৰি ব্যৱস্থাগ্ৰহণ কৰিব পাৰে। ইয়াৰ উপৰিও ডেপুটীবিলাকে তেওঁবিলাকৰ ছোভিয়েতৰ অন্তৰ্গত কেন্দ্ৰীয় পৰিচালনাধীন অনুষ্ঠানসমূহৰ মুখ্য বিষয়াবিলাক উদ্দেশ্য কৰি অনুসন্ধান চলাব পাৰে।

ডেপুটীবিলাকৰ তেওঁবিলাকৰ কামৰ নিয়মিত প্ৰতিবেদন ভোটদাতা সকলৈ পঠোৱাৰ ফলত ছোভিয়েতে জনসাধাৰণৰ লগত সম্পৰ্ক শক্তিশালী কৰিব পাৰিছে। ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতৰ সদস্য আৰু সৰ্বোচ্চ ছোভিয়েতৰ সদস্য সকলে বছৰত এবাৰ আৰু স্থানীয় চৰকাৰৰ সদস্যসকলে বছৰত দুবাৰ ভোটদাতা সকলক প্ৰতিবেদন দিব লাগে।

১৯৮১ চনত স্থানীয় চৰকাৰৰ সদস্যসকলে, ২২.৬ শতাংশই, তেওঁবিলাকৰ কামৰ বিষয়ে আৰু যৌথ কৰ্মক্ষেত্ৰৰ বিষয়ে বছৰত দুবাৰ বিপৰ্ট দিছিল। বহুতো ডেপুটীয়ে প্ৰকৃততে তেওঁবিলাকৰ কামৰ বিপৰ্ট সঘনাই দিয়ে আৰু কিছুমান সংগঠিত ডেপুটীবিলাকে ছোভিয়েতৰ প্ৰত্যেক অধিবেশনৰ পিচতে তেওঁবিলাকৰ ভোটদাতাক বিপৰ্ট দিয়ে।

ভোটদাতাসকলক সঘনাই বিপৰ্ট দি থকাৰ লগত ভোটদাতাৰ ডেপুটী বিলাকক পুনৰ ঘুৰাই অনাৰ ক্ষমতাৰ, অৰ্থাৎ যিবিলাকৰ প্ৰতি ভোটদাতাৰ বিশ্বাস হেৰাইছে, লগত সম্পৰ্ক আছে। ভোটদাতাৰ সংখ্যাগৰিষ্ঠই ডেপুটীক সিদ্ধান্ত লৈ ঘুৰাই আনিব পাৰে। উক্ত আইন প্ৰণয়ন হোৱাৰ পৰা ৮০০০ জন ডেপুটীক ঘুৰাই অনা হৈছে।

## জনসাধাৰণৰ গঠনমূলক উদ্যোগ

জনসাধাৰণৰ সক্ৰিয় আৰু গঠনমূলক কাৰ্যই ছোভিয়েত ব্যৱস্থাৰ প্ৰধান শক্তি বুলি লেনিনে বৰ্ণনা কৰিছিল। ছোভিয়েত কমিউনিষ্ট পাৰ্টিয়ে চছিয়েলিষ্ট গণতন্ত্ৰৰ উন্নতিৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে কাৰণ তেওঁবিলাকে ইয়াক দেশৰ অৰ্থনৈতিক অৱস্থাৰ উন্নতিৰ পথত থৰতকীয়া ভাৱে আগবাঢ়িব পৰা এক জৰুৰী

উপাদান বুলি গণ্য কৰে। ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ ২৭তম কংগ্ৰেছত দিয়া সামৰণি বক্তৃতাত মিখাইল গৰ্বাচভে কৈছিল—“সকলোতে ক্ষিপ্ৰতৰ গতি অৰ্জনৰ মানে হৈছে প্ৰতিজন কৰ্মক্ষম ব্যক্তিৰে উদ্যোগ আৰু কাৰ্যত উপযুক্ত সুবিধা দিয়া, গণতন্ত্ৰক গভীৰতৰ কৰা, জনগণৰ সমাজতান্ত্ৰিক স্বায়ত্ব চৰকাৰক, ক্ৰমে বিকশিত কৰা, পাৰ্টি আৰু সমাজ জীৱনত খোলা পৰিবেশ সুনিশ্চিত কৰা।”* বিশাদ গণতন্ত্ৰ সমাজৰ আহৰাৰ কাৰণে প্ৰয়োজন আৰু ইয়াৰ সদস্যসকলে তেওঁবিলাকৰ গঠনমূলক কাৰ্য কৰি দেখুৱাব পাৰে।

ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ নতুন সংস্কৰণত সন্নিবিষ্ট কৰা জনসাধাৰণৰ চছিয়েলিষ্ট নিজৰ চৰকাৰৰ নীতি হৈছে বৰ প্ৰয়োজনীয়। মাৰ্ক্সবাদৰ লেনিনবাদী প্ৰতিষ্ঠাতা সকলৰ ভাবধাৰাৰ ভিত্তি এনে আছিল যে কৰ্মী শ্ৰেণীয়ে ৰাজনৈতিক ক্ষমতা গ্ৰহণৰ লগে লগে জনসাধাৰণৰ নিজস্ব চৰকাৰলৈ ক্ষমতা ৰূপান্তৰ কৰিব লাগিব। মাৰ্ক্স, এঙ্গেলচ আৰু লেনিনে বিশ্বাস কৰিছিল যে আটাইতকৈ প্ৰয়োজনীয় ব্যৱস্থা হৈছে প্ৰকৃতপক্ষে জনসাধাৰণক চৰকাৰৰ কাৰ্যত বেছিকৈ যোগদান কৰোৱা--ই সম্ভৱ হব, সামাজিক অৰ্থনৈতিক বিকাশৰ নীতি সমূহৰ গ্ৰহণ, আলোচনা আৰু কাৰ্যকৰী কৰিব পাৰাই। সেই একে সময়তে লেনিনে জোৰ দিছিল যে শ্ৰমিকৰ ৰাজনৈতিক কাৰ্যকলাপৰ সিবিলাকৰ শিক্ষাৰ মান আৰু সাংস্কৃতিক বিকাশৰ লগত সম্পৰ্ক থকা উচিত।

ছোভিয়েত চৰকাৰৰ সময়ত, উন্নমান উচ্চতৰ হ'ল আৰু জনসাধাৰণৰ সামাজিক ৰাজনৈতিক অভিজ্ঞতাও বাঢ়ি আহিল, প্ৰত্যেক নাগৰিকৰ দেশ শাসন আৰু সমাজৰ কামত যোগদান কৰাৰ ইচ্ছা আৰু শক্তি বহুত বঢ়ালে। ই চছিয়েলিষ্ট নিজৰ চৰকাৰৰ বিষয়ে পাৰ্টিক এনেধৰণে সংক্ষিপ্তভাৱে ব্যাখ্যা কৰিবলৈ সুবিধা দিলে—লেনিনে ব্যাখ্যা কৰামতে কৰ্মীসকলৰ নিজস্ব চৰকাৰ হৈছে এনে এক পদ্ধতি যাৰ দ্বাৰা জনসাধাৰণে নিজে ৰাষ্ট্ৰৰ কাৰ্যক্ৰম পৰিচালনা কৰিব পাৰে আৰু নিযুত নিযুত লোকে ৰাজনীতিত অংশ গ্ৰহণ কৰিব পাৰে।

অৰ্থনৈতিক বিষয়কে ধৰি জাতীয় সিদ্ধান্ত ল'ব লগা বহুতো বিষয়ত জনসাধাৰণৰ নিজৰ চৰকাৰৰ যোগেদি সমাজৰ সকলো শ্ৰেণীৰ লোকে প্ৰত্যক্ষভাৱে যোগদান কৰিব পাৰে। ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ আঁচনিত গণতান্ত্ৰিক নীতিৰ কথা বিশেষ ভাৱে উল্লেখ কৰা আছে; আৰু বিশেষ জৰুৰী বিষয়ত গণভোট, ভাবৰ বিনিময় আদিও উল্লেখনীয়। উদাহৰণ স্বৰূপে, জনসাধাৰণৰ প্ৰত্যক্ষ সহযোগিতা নহলে

১। ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটীৰ ২৭তম কংগ্ৰেছৰ ৰাজনৈতিক প্ৰতিবেদন, মস্কো—১৯৮৬, পৃষ্ঠা—১২৭

প্ৰাকৃতিক সম্পদৰ প্ৰকৃত ব্যৱহাৰৰ বিষয়ে মনোযোগ দিয়াটো অসম্ভৱ।

শ্ৰমিকৰ নিজস্ব চৰকাৰ হৈছে ছোভিয়েত চৰকাৰৰ সময়। ই ৰাষ্ট্ৰৰ সকলো বিষয় আৰু ৰাজহুৱা অনুষ্ঠানত বেছি ধৰণে সোমাই পৰিছে।

পূৰ্ণ কমিউনিষ্টবাদ প্ৰাপ্ত হলে জনসাধাৰণৰ নিজস্ব চৰকাৰ ৰাষ্ট্ৰীয় অনুষ্ঠান হিচাবে কাম কৰাবপৰা বিৰত থাকিব, যেতিয়া এক বিশেষ ৰাজনৈতিক অনুষ্ঠান হিচাবে ৰাষ্ট্ৰৰ প্ৰয়োজন নোহোৱা হ'ব। ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ কাৰ্যসূচীৰ নতুন সংস্কৰণ মতে, কমিউনিষ্টবাদে প্ৰস্তাৱ দিছে যে জনসাধাৰণৰ নিজস্ব চৰকাৰ আৰু চছিয়েলিষ্ট গণতন্ত্ৰৰ ব্যৱস্থাৰ ৰূপান্তৰ কৰি এক উচ্চ মানৱ সমাজৰ অনুষ্ঠান গঢ়া হওক—ই হ'ব কমিউনিষ্ট জনসাধাৰণৰ নিজস্ব চৰকাৰ।

গ্ৰন্থৰ নাম : ছোভিয়েত ইউনিয়নৰ
মৌলিক আইন
ভাষা : অসমীয়া

প্ৰিয় পাঠক,

আমি আশাকৰো এই পুস্তিকাখন আপোনাৰ ভাল লাগিছে আৰু কামতো আহিছে। অনুগ্ৰহকৈ এই প্ৰশ্নবাজিৰ উত্তৰ লিখি আমালৈ পঠিয়ালে আমি কৃতজ্ঞ বোধ কৰিম। আপুনি কৰিবলগীয়া কামটো হৈছে যথাস্থানত উত্তৰৰূপে পূৰণ চিন (×) এটা দিব, অথবা, য'ত আঁক টানি খালি ঠাই অলপ ৰখা হৈছে তাত চমুকৈ আৰু পৰিষ্কাৰভাৱে লিখি আপোনাৰ মতামত জনাব।

(১) ছোভিয়েত দেশ পুস্তিকাৰ লগত আপোনাৰ পৰিচয় কিমান দিনৰ ?

প্ৰথম বাৰ ___ এবছৰ ধৰি ___ ১-২ বছৰ ___ ৩-৪ বছৰ ___ ৫ বছৰতকৈ বেছি ___

(২) এই পুস্তিকাখন আপুনি ক'ৰপৰা পাইছে ?

দোকানপৰা ___ আমাৰ অফিচৰপৰা ___ প্ৰদৰ্শনীৰপৰা ___ বন্ধু অথবা পৰিচিত লোকৰপৰা ___

তথ্য দপ্তৰৰ আন অফিচৰপৰা ___ আন ঠাইৰপৰা ___

(৩) এই বিষয়সমূহৰ সন্দৰ্ভত পুস্তিকাখন সম্পৰ্কে আপোনাৰ মতামত কি :

| | ভাল | সন্তোষজনক | আৰু ভাল হব পাৰিলেহেঁতেন | কোনোটো কঠিন |
|---|---|---|---|---|
| …কামত লগা তথ্য সন্দৰ্ভত | | | | |
| …নতুন তথ্য সন্দৰ্ভত | | | | |
| …পঢ়িবলৈ নিয়াৰ পৰা যুক্তি সন্দৰ্ভত | | | | |
| …সৰল প্ৰকাশ | | | | |

(৪) অনুবাদৰ মান সম্পৰ্কে আপোনাৰ মতামত কি ?

ভাল ___ সন্তোষজনক ___ আৰু ভাল হব পাৰিলেহেঁতেন ___ কোনোটো কঠিন ___

(৫) পুস্তিকাখনৰ বাহ্যিক ৰূপটো সম্পৰ্কে আপুনি কি ভাবে ?

ভাল ___ সন্তোষজনক ___ আৰু ভাল হব পাৰিলেহেঁতেন ___ কোনোটো কঠিন ___

ছপা আৰু চিত্ৰৰ মান সম্পৰ্কে আপুনি কি কয় ?

ভাল | সন্তোষজনক | আৰু ভাল হব পাৰিলেহেঁতেন | কোৱাটো কঠিন

(৬) এই পুস্তিকাখন সম্পৰ্কে আপোনাৰ সামগ্ৰিক ধাৰণা কি, ইয়াৰ ভাল আৰু বেয়া দিশবোৰ ?

(৭) ছোভিয়েত দেশ পুস্তিকাৰ লগত যদি আপোনাৰ পৰিচয় বহুদিনৰ, তেতিয়াহলে কওকচোন আপোনাৰ মতে ইয়াৰ ভিতৰত সৰ্বোত্তম কোন কেইখন ?

(৮) ছোভিয়েত দেশ পুস্তিকাৰ যদি আপুনি নিয়মিত পাঠক তেতিয়াহলে কওকচোন ই কিভাবে আপোনাৰ কামত আহে। ই......

জ্ঞানৰ সীমা বঢ়ায় | চোভিয়েত ইউনিয়ন সম্পৰ্কে তথ্যৰ যোগান ধৰে

ছোভিয়েত দৃষ্টিভঙ্গী দাঙি ধৰে | অধ্যয়নৰ কামত সহায় কৰে | আলোচনাত ব্যৱহাৰ কৰা যায়

অন্যভাবে :

আপোনাৰ বৃত্তি

পুৰুষ ________ মহিলা ________ বয়স ________

শিক্ষা : প্ৰাথমিক ________ মাধ্যমিক ________ উচ্চতৰ ________

বাসস্থান : ৰাজধানী ________ চহৰ ________ টাউন ________ গাঁও ________

নাম আৰু ঠিকনা ( ইচ্ছাধীন ) ________

আপোনাৰ নামৰ ওপৰৰ ক্ৰমিক সংখ্যা

এই ঠিকনাত প্ৰশ্নোত্তৰ পঠিয়াওক : ছোভিয়েত দেশ অফিচ
পুস্তিকা শাখা,
১৮, প্ৰমথেশ বৰুৱা সৰণি
কলিকতা-৭০০০১৯